অসমীয়া ৰামায়ণ—

# অৰণ্য কাণ্ড।

—·—

৺ অনন্ত কন্দলি ভণিত।

—০—

শ্রীবিষ্ণুৰাম তালুকদাৰৰ দ্বাৰা

সংগৃহীত।

—০—

প্রকাশক,

এজেঞ্চি কোম্পানী।

পোঃ আঃ ৰিহাবাৰী, আসাম।

—০—

নতুন তাওবণ।

ডিব্রুগড়—সদাশিৱ যন্ত্রত-

শ্রীৰত্নেশ্বৰ চক্রবর্ত্তীৰ দ্বাৰা ছাপা হ'ল।

১৯৩০।

অসমীয়া ৰামায়ণ—

# অৰণ্য কাণ্ড ।

——০——

## পদ ।

জয় জয় কৃষ্ণ ইষ্ট দেব মহত্তৰ ।
পৰম পুৰুষ পৰামাত্মা মহেশ্বৰ ॥
অচিন্ত্য মহিমা যাৰ অনন্ত শকতি ।
তাহান চৰণে মোৰ সহস্ৰ প্ৰণতি ॥
তানে নাম ৰাম সৰ্ব্বজন অভিৰাম ।
সদায়ে সাধন্ত ভকতৰ মনস্কাম ॥
অচিন্ত্য ঐশ্বৰ্য্য ৰূপ নৰ অবতাৰ ।
ৰামৰ চৰণে কোটী কোটী নমস্কাৰ ।
জয় ৰঘু নন্দন শ্ৰীৰাম চন্দ্ৰ হৰি ।
ভকতৰ বাক্য ৰাখি বনবাস ফুৰি ॥
কৰিলা পবিত্ৰ বনভূমি সমস্তয় ।
যাহাৰ চৰণ সৰ্ব্ব তীৰ্থৰ অন্বয় ॥

বধিলা বিৰাধ খৰ দূষণ ৰাক্ষন ।
পৃথিবী উদ্ধাৰ কৰি প্ৰকাশিলা যশ ॥
নাম মাত্ৰে কৰে যাৰ জগত উদ্ধাৰ ।
হেনয় ৰামক কোটী কোটী নমস্কাৰ ॥
জয় সীতা সতী মহালক্ষ্মী অবতাৰ ।
অনসূয়া দেৱী যাক দিলা অলঙ্কাৰ ॥
ৰাৱণৰ ৱাক্যে যাৰ নটলিল মন ।
ৰামতেসে প্ৰাণ যাৰ ৰহিলা চেতন ॥
জয়তি লক্ষ্মণ মহা ৰামত ভকত ॥
সদায় ৰামক যিটো তুষিলা বনত ॥
সূৰ্পণখা ৰাক্ষসীক বিৰূপ কৰিলা ।
ভকতৰ প্ৰিয় সাধি দুষ্টক বধিলা ॥
শুনা নৰনাৰী যত শ্ৰীৰাম চৰিত্ৰ ।
অৰণ্য কাণ্ডৰ কথা পৰম পবিত্ৰ ॥
আপুনি ঈশ্বৰ হুয়া দেখাইলা লোকত ।
বিষয়ী লোকৰ দুখ আছে নানা মত ॥
যাৱত নকৰে নৰে ৰামত ভকতি ।
তাৱত নোপজে জ্ঞান শুনিয়ো সম্প্ৰতি ॥
অহম্মম মহা মোহ নেৰে জান তাৱে ।
ঈশ্বৰ কৃষ্ণত ৰতি নোপজয় যাৱে ॥



কথায় কৰন্ত কৃষ্ণ দেবক বিদিত ।
অপ্ৰয়াসে লগ পাৱে আপোন হৃদিত ॥
আত্মা ৰূপে আছা তুমি সমস্ত ভূতত ।
ভকতি নভৈলে নুহি কাহাতো বেকত ॥
এহি জানি শুনা তান কথা অনুপাম ।
শ্ৰৱন কীৰ্ত্তন কৰা তানে গুণ নাম ॥
ৰাম নাম সমান সুহৃদ নাহি আৰ ।
অনন্ত কন্দলি কহে ৰামায়ণ সাৰ ॥
ভাগৱত সমে আক কৰিলোঁ মিশ্ৰিত ।
যেন জাহ্নবীৰ জল তুলসী সহিত ॥
ভাগৱত ৰামায়ণ কথাৰ সংবাদ ।
যেন চিনি ঘৃতে আতি মিলয় সুস্বাদ ॥
মাধব কন্দলি আদি মহন্ত বিশেষ ।
কথা বন্ধে ৰামায়ণ ৰচিলা অশেষ ॥
ময়ো লিখিবোহোঁ তাসম্বাৰ অনুমতি ।
কিন্তু প্ৰপঞ্চিয়া কিছু কহিবো ভকতি ॥
সাক্ষাতে পৰম ব্ৰহ্ম ৰাম অবতাৰ ।
নাম মাত্ৰে তৰে যাৰ সকল সংসাৰ ॥
তাহান সামান্য কথা নুকুচয় শোক ।
এতেকে ভকতি ৰচোঁ নিনিন্দিবা মোক ॥

শ্ৰীৰামৰ পাৱক যে পূজি নিত্যানিত।
নন্দি গ্ৰামে ৰাজ্য পালি থাকিলা ভৰত ॥
শত্ৰুঘন স্থিত ভৈলা অযোধ্যা নগৰে।
ৰামৰ আদেশে প্ৰজা পালন্ত সাদৰে ॥
পূৰ্ব্বৰ কালৰ মতে নাহিকে হৰিষ।
ৰামকেসে স্নমৰি থাকন্ত অহৰ্নিশ ॥
কেতিক্ষণে বহি যাই চৈধ্যয় বৰিষ।
আসিবন্ত ৰাম দেখি লভিবো হৰিষ ॥
কৌশল্যা সুমিত্ৰা যত আছে ৰাজ মাৱ।
ৰামক সুমৰি সবে কান্দে দীৰ্ঘ ৰাৱ ॥
কৃষ্ণ পক্ষে চন্দ্ৰ যেন প্ৰতি দিনে ক্ষীণ।
পুত্ৰ শোকে সবাহানে তনু ভৈলা হীন ॥
সীতা ৰাম লক্ষ্মণৰ কল্যাণক সাধি।
সুমিত্ৰা কৌশল্যা থাকে বিষ্ণুক আৰাধি ॥
শত্ৰুঘনে আশ্বাসিয়া শোক জুৰাৱন্ত।
ৰামৰ চৰিত্ৰ যত শুনিয়া থাকন্ত ॥
আনে যত বৰ নাৰী ৰামক সুমৰি।
ৰামৰ কল্যান সাধে সদা ধৰ্ম্ম ধৰি ॥
ৰাম কথা শুনিয়া তেজয় দুখ শোক।
ৰামৰ চৰিত্ৰ কহোঁ ইকথা থাকোক ॥



ভৰত গৈলন্ত যেবে ৰামক তেজিয়া।
থাকিলন্ত প্ৰভু ৰাম শোকাকুল হুয়া ॥
সীতায়ো লক্ষ্মণ সমে চিত্ৰকুট বনে।
কতো দিন আছে প্ৰভু স্বস্থ নাহি মনে ॥
লক্ষ্মণক সম্বোধি বুলিলা ৰঘুনাথ।
ধৰিবে নোৱাৰোঁ চিত কৰে উতপাত ॥
ভৰত ভয়াই আসি মহা দুখ দিলা।
নুমাইবাৰ অগ্নি যেন পুনশ্চ জ্বলিলা ॥
আমাকু সুমৰি তান সুখ শান্তি নাই।
পুনুৰপি খেদি যোনো আসে এহিঠাই ॥
সকল ভক্তক মোৰ দিলে আসি দুখ।
ভকতৰ দুখ দেখি পোৰে মোৰ বুক ॥
আসি পাৱে নতু যাৱে ভৰত ভয়াই।
তাৱে আক ছাড়ি দূৰ দেশে লওঁ ঠাই ॥
এহি হৌক বুলি আগে চলিলা লক্ষ্মণ।
পাছত চলিলা ৰাম ৰঘুৰ নন্দন ॥
মাজত চলিলা লাসে লাগে সীতা সতী।
চিত্ৰকুট তেজি হৰি যান্ত আন ভিতি ॥
নদী নদ গহন বিষম বন দেশ।
দল বিল এড়াইলন্ত নিকুঞ্জ অশেষ ॥

অপ্ৰয়াসে যান্ত ৰাম প্ৰভু হৃষি কেশ।
দণ্ডকা বনত যাই ভৈলন্ত প্ৰবেশ ॥
প্ৰথমতে পাইলা অত্ৰি ঋষিৰ আথান।
প্ৰণামিলা ঋষিক তিনিয়ো বহুমান ॥
দেখিয়া ঋষিৰ ভৈলা হৰিষ অশেষ।
সাক্ষাতে ঈশ্বৰ মোৰ আশ্ৰমে প্ৰবেশ ॥
আজিসে আশ্ৰম ভৈল মোহোৰ সাফল।
দেখিলোঁ ৰামৰ দুই চৰণ কমল ॥
ফলে জলে ৰামক পূজিলা বিধিৰতে।
সাদৰি কুশল পুছিলন্ত ব্ৰহ্মসুতে ॥
আপোনাৰ কথা ৰামে ঋষিত কহিলা।
অন্তেস পুৰক ঋষি সীতাক পোশলা ॥
অত্ৰিৰ ঘৰনী অনুশুৱা তান নাম।
কৰ্দ্দম নন্দিনী ৰূপে গুণে অনুপাম ॥
দত্তাত্ৰেয় দুৰ্ব্বাসা চন্দ্ৰৰ তেহোঁ মাৱ।
বিষ্ণুত ভকত পতিব্ৰতা শুদ্ধভাৱ ॥
দেখিলন্ত সীতা যাই প্ৰসন্ন বদনে।
প্ৰণামিলা অনশুৱা দেবীৰ চৰণে ॥
সীতাক দেখিয়া তান মহাৰঙ্গ মন।
আগবাঢ়ি আপুনিয়ে দিলন্ত আসন ॥



পুছিলা চন্দ্ৰৰ মাতা প্ৰসন্ন বদনে।
ৰামৰ লগত কেনে আসি ভৈলা বনে।
বনবাসী ভৈলা ৰাম বাপৰ আদেশে।
তুমি কেনে নথাকিলা শাশুয়েৰ পাশে ॥
দাৰুণ বনত মাৱ বৰদুখ পাইবা।
ফলমূল ভুঞ্জি তৃণ শয্যাত সুতিবা ॥
অতি সুকোমলী নাৰী সৰ্ব্ব সুলক্ষণী।
দাৰুণ কণ্টকে মাৱ ভ্ৰমিছা কৈসানি ॥
সীতায়ে বোলন্ত মাৱ কেনে বোলাহেন।
জগতে বিদিত তুমি শান্তি কন্যা যেন ॥
স্বামীৰ সঙ্গ তেজিয়া শান্তিৰ কোন সুখ।
যত দুখ হৰে সবে দেখি স্বামী মুখ ॥
মিছা গৃহবাস সুখ আত কাৰ্য্য নাই।
স্বামীত ভকতি কৰি স্বৰ্গ সুখ পাই ॥
তুমি কি নজানা মোৰ স্বামী যেন ৰাম।
সাক্ষাত ঈশ্বৰ গুণে অনুপাম ॥
তান সেবা তেজিয়া থাকিবো গৃহসুখে।
হেন কিবচন আই আসে তয়ু মুখে।
সত্যৱন্ত ৰমণী গায়ত্ৰী যেন সতী।
চন্দ্ৰৰ ৰোহিণী বশিষ্ঠৰ অৰুন্ধতী ॥

অত্ৰিপত্নী তুমি যেন শিবৰ পাৰ্ব্বতী।
আমিয়ো ৰামৰ সেহিমত ভাৰ্য্যা সতী॥
তোমৰা সবৰ যেন স্বামী মুখ্যদেৱ।
আমাৰো ৰামত পৰে দেবনাহি কেৱ॥
শাশু স্বশুৰ বাপ মাৱ বন্ধু ভাই।
সতীৰ স্বামীত পৰে কেৱো ইষ্ট নাই॥
ৰামেসে জীবন মোৰ ৰামেসে ভূষণ।
স্বৰ্গত অধিক ৰাম সঙ্গে মোৰ বন॥
তুষ্ট ভৈলা অনশুৱা সীতাৰ বচনে।
গ্ৰীবাত সাবটি আলিঙ্গিলা ৰঙ্গমনে॥
দিলন্ত সীতাক আপোনাৰ কণ্ঠহাৰ।
পিন্ধাইলন্ত আপুনি বত্ৰিশ অলঙ্কাৰ॥
পতিব্ৰতা নাৰীত মোহোৰ অনুৰাগ।
বোলে চন্দ্ৰমাতা সীতা মোত বৰ মাগ॥
সীতায়ে বোলন্ত মাৱ চাহিয়া হৰিষে।
এতেকে লভিলোঁ বৰ তোমাত নিঃশেষে॥
অনশুৱা বোলন্ত দিলোঁ যে অলঙ্কাৰ।
গন্ধ চন্দন তোৰ নুগুচোক গাৱৰ।
দিলোঁবৰ নুগুচোক সদায়ে যৌবন।
ৰামেসমে মহা সুখে কৰিবি ৰমণ॥



আৰো পুছোঁ শুনি আছোঁ পৰম সুন্দৰ।
কহিও কিমতে ভৈল তযু স্বয়ম্বৰ॥
যি মতে লভিলা স্বামী ৰাম ৰঘুপতি।
শুনিচোঁ পবিত্ৰ কথা কহিওক সতী॥
হেন শুনি বুলিলন্ত জানকী গোসানী।
উৎপত্তি কালৰ পৰা শুনিয়ো কাহিনী॥
বাপ মোৰ মহাৰাজা মিথিলা নগৰে।
বিষ্ণুত ভকত তাঙ্ক জানে সুৰাসুৰে॥
অপুত্ৰক ছিল পিতা মনে স্বস্থ নাই।
পাছে মহা মুনিগণ ফুৰে তাঙ্ক চাই॥
এক দিনা আকাশক মাথা তুলি চাইলা।
ত্ৰৈলোক্য সুন্দৰী এক কন্যা দেখা পাইলা॥
নামত মেনকা তেহোঁ দেব অপেস্বৰা।
ৰূপে গুণে অনুপমা জগৎ মনোহৰা॥
দেখিয়া বাপৰ বৰ বাঢ়ি গৈলা মন।
বিমৰিষি তথাতে আছিলা কতোক্ষণ॥
আকাশী বচন পাছে ভৈলা সেহি থানে।
দেবে মিলাইলেক ৰাজা তোমাৰ কল্যাণে॥
হাল ভূমি বাহিয়োক যজ্ঞৰ নিমিত্তে।
ইহান সদৃশ ভূমি লভিবা অলপতে॥

এহি শুনি কৌতুকে জনক ৰঙ্গ কৰি।
যজ্ঞ ভূমি বাহিলন্ত হাতে হাল ধৰি ॥
শুনিয়োক মহা সতী মোহোৰ যুগুতি।
পৃথিবীৰ হন্তে ভৈলো শিৰলত উৎপত্তি ॥
ধূলিয়ে ধূসৰ মই কৰোঁহোঁ খঞ্চাল।
দেখি মহা বিস্ময় ভৈলন্ত মহাপাল ॥
কোলাত কৰিয়া মহাদৈৰ আগে গেল।
শিৰলত উপজিলোঁ সীতা নাম থৈল ॥
জনক ৰাজাৰ যত মুখ্য পটেশ্বৰী।
জীৱ বুলি সবে মোক তুলিলা সদৰি ॥
মহাসুখে বৰ ভৈলোঁ তাসম্বাৰ থানে।
মোহোত বাসনা শত পুত্ৰৰ সমানে ॥
শুক্লপক্ষে নিতে যেন বাঢ়ে চন্দ্ৰ কলা।
ত্ৰৈলোক্য মোহিনী মই ভৈলোঁ বৰ বালা ॥
বৰ নপাই মোহৰ সদৃশ দুখ মন।
বাপে বৰ বিচাৰ কৰয় মনে মন ॥
চিন্তায়ে বাপৰ ক্ষীণ ভৈল কলেবৰ।
বিমৰ্ৰিষি মোহোৰ বিহিলা স্বয়ম্বৰ ॥
পূৰ্ব্ব কালে যজ্ঞ কৰিলেক মোৰবাপে।
তুষ্ট হুয়া মহাদেবে দিলা ঘোৰ চাপে ॥



বজ্ৰ লোহাৰ চাপ দেখি লাগে ভয়।
আসি যেহি বীৰে তাক ভাঙ্গিতে পাৰয় ॥
বুলিলো নিশ্চয় সেহি লভিবে সীতাক।
দূত পঠাইলন্ত ৰাজাগণ আনিবাক ॥
যত মহাৰাজা আছে পৃথিবী মণ্ডলে।
মিথিলাক আসি ভৈলা চতুৰঙ্গ দলে ॥
সমস্তকে পিতৃ তুষিলন্ত অন্নে পানে।
বসিলেক যত ৰাজা বহল আথানে ॥
অসম্ভব ধনু বহুলোকে তুলি নৈলা।
শঙ্কৰৰ চাপ সবাহানে আগে থৈলা ॥
পাছে পিতৃ সবাকে বুলিলা মৃদুবাণি।
সবে আসি ভৈলা সীতা সয়ম্বৰ শুনি।
এহিধনু খান যদি পাৰা ভাঙ্গিবাক।
সেহি মোৰ জোঁৱাই সীতা ভজিবেক তাক ॥
শুনি কম্পি গৈলা অল্প বালীৰাজা মানে।
বৰবৰ ৰাজা যত উঠিলা তেখনে ॥
ধনুক প্ৰণামি সবে চাপিল সন্নিত।
আচোক ভাঙ্গিব ধনু দেখি ভয় ভাত ॥
হাতে পদ্মমালা ধৰি মই আছো বসি।
সভাক প্ৰকাশি যেন পূৰ্ণিমাৰ শশী ॥

মোৰ ৰূপ দেখি ৰাজা গণ ভৈলা ভোল।
নিশব্দ সভা নাই বাদ্যভণ্ড ৰোল ॥
যতেক নৃপতি গণে ধনুক ধৰিলা।
আচোক ভাঙ্গিবে গুণ দিতে নপাৰিলা ॥
কৰে হাহাকাৰ ৰাজা গণ মোহ হুই।
কোহোঁ বোলে ৰাজাক বোলো কোন মুই ॥
পাইলেক প্ৰয়াস স্থুলকিল কেশ পাশ।
মোক চাই ৰাজা গণে তেজন্ত নিশ্বাস ॥
বাপৰ বিষাদ ভৈলা নাহি ৰঙ্গ ঢঙ্গ।
হৰি হৰি বিধি স্বয়ম্বৰ ভৈলা ভঙ্গ ॥
শুনা অনশুৱা সতী কহিবো তোমাত।
যেন মতে স্বামী ভৈলা ৰাম ৰঘুনাথ ॥
শুনা সভাসদ পূণ্য কথা ৰামায়ণ।
শ্ৰৱণতে হৰে মহা পাতক নাশন ॥
দেব ঋষি পত্নী অনশুৱা মহাসতী।
ৰামৰ চৰিত্ৰ শুনিবাক মহাৰতি ॥
ঈশ্বৰৰ কথাতেসে মতি মহন্তৰ।
শুনয় পঢ়য় আক কহে নিৰন্তৰ ॥
ধৰ্ম্ম অৰ্থ কাম মোক্ষ পুৰুষাৰ্থ চাৰি।
শ্ৰৱণতে সাধে মাধৱত ভক্তি কৰি ॥



হেন জানি শুনা নৰ যাৰ আছে বুদ্ধি।
কৃষ্ণ কথা শুনিলেসে চিত্তহোৱে শুদ্ধি ॥
অনন্ত কন্দলি কহে এৰা আন কাম।
খণ্ডোক পাতেক ডাকি বোলা ৰাম ৰাম ॥

—০—

## ছুলড়ি।

বিশ্বা মিত্ৰ আদি, ঋষিগণে যজ্ঞ,
কৰিবাক নপাৰন্ত।
আৰম্ভিলে মাত্ৰে, ৰাক্ষসে বিনাশে,
পাছে হেন শুনিলন্ত ॥
পৰম পুৰুষ, ৰাম অৱতাৰ,
নৃপ দশৰথ ঘৰে।
পাছে ঋষি যাই, ৰামক মাগিলা,
যজ্ঞ ৰাখিবাৰ তৰে ॥
ৰাম লক্ষ্মণক, দিলন্ত পঠাই,
দশৰথ ধৰ্ম্ম মতি।
পথত বিষম, তাৰকা ৰাক্ষসী,
বধিলন্ত ৰঘুপতি ॥

বিশ্বামিত্র ঋষি, ৰাম লক্ষ্মণক,
ধনুৰ্ব্বেদ মন্ত্ৰ দিলা।
দুইভাইক পাছে, সহায় লইয়া,
ৰঙ্গে যজ্ঞ আৰম্ভিলা॥
হৰিধ্বনি কৰি, দিলন্ত আহুতি,
ঘৃতৰ উঠিল ঘ্ৰাণ।
চৈধ্য কোটী ঘোৰ, ৰাক্ষসে আসিয়া,
বেঢ়িলেক যজ্ঞ থান॥
ত্ৰাহি ত্ৰাহি ৰাম, বুলি ঋষিগণে,
ৰামতে লৈলা শৰণ।
দেখি দুই ভাই, নিগুটি কৰিয়া,
বধিলা ৰাক্ষস গণ॥
যজ্ঞক ৰাখিলা, ৰাক্ষস বধিলা,
জানিলন্ত বিশ্বামিত্র।
পৰম পুৰুষ, ৰামেসে ঈশ্বৰ,
সাক্ষাতে ভৈলা বিদিত॥
অনেক প্ৰশংসা, কৰিলা আশংসা,
ৰাঘবক মুনিগণে।
ৰামক উচিত, প্ৰসাদ বিহিত,
শুনিয়া পাইলন্ত মনে॥



জনক নন্দিনী, সীতা সুবদনী,
ভৈলা তাম স্বয়ম্বৰি॥
সেহি স্থানে যাই, ৰামক বিবাহ,
কৰাওঁ সবে যত্ন কৰি॥
সীতায়ে বোলন্ত, শুনা অনশুৱা,
কি কৈবো সিটো আনন্দ।
তাৰাৰ মাঝত, উদিত ভৈলন্ত,
ৰামে যেন পূৰ্ণ চন্দ্ৰ॥
দুৰ্ব্বাদল শ্যাম, তনু অনুপাম,
শোভে মহা পীত বাস।
প্ৰফুল্ল কমল, নয়ন যুগল,
মুখে জ্বলে অল্প হাস॥
বলিত বৰ্ত্তুল, ভুজভুজ যুগ,
হৃদয় মহা বিশাল।
কীৰিতি কুণ্ডল, কৰে জ্বলমল,
প্ৰসন্ন চাৰু কপাল॥
চৰণ যুগল, ৰঞ্জে মহীতল,
যেন নবপদ্ম কোষ।
কোটী কামদেৱে, ওচৰ নপাৱে,
দেখিয়া ভৈলোঁ সন্তোষ॥

ৰাম সিংহ আগে, ৰাজা গণ ষত,
দেখিলোঁ মৃগৰ প্ৰাই।
ৰামক দেখিয়া, মইভোল ভৈলোঁ,
একদৃষ্টি আছোঁ চাই॥
সেহি সময়ত, ঋষি বিশ্বামিত্ৰ,
বাপক বুলিলা বাণি।
দশৰথ পুত্ৰ, এহেন্তে শ্ৰীৰাম,
দিয়ো আঙ্ক কন্যা খানি॥
সাক্ষাতে ঈশ্বৰ, ভৈলা অবতাৰ,
প্ৰকাশিবা নিজ যশ।
আমাৰ যজ্ঞক, এহেন্তে ৰাখিলা,
বধিয়া সবে ৰাক্ষস॥
তোমাৰ পৰম, ভাগ্য আছে জানা,
কৰা আঙ্ক কন্যাদান।
সীতাৰ উচিত, এহেন্তেসে স্বামী,
নাহি নাহি নাহি আন॥
ঋষিৰ উত্তৰ, শুনিয়া বাপৰ,
আনন্দ ভৈলা অপাৰ।
সম্বোদ্ধি বোলন্ত, কিন্তু এক কাজ,
সাধিতে লাগে আমাৰ॥



শিবে দিয়া চন্ত, মহাধনু খণ্ড,
আক যি ভাঙ্গিতে পাৰে।
তাহাঙ্কে সে সীতা, আপুনি বৰিব,
শুনি আছে সুৰাসুৰে॥
মহা ৰাজা গণে, আছোক ভাঙ্গিবে,
নোৱাৰিলা গুণ দিতে।
এহি ধনু খণ্ড, ভাঙ্গন্তোক ৰামে,
সীতাক দিবো নিশ্চিত॥
পিতৃৰ বচন, শুনি মোৰ মন,
বিচাট কৰে অধিক।
দাৰুণ লোহাৰ, ধনু ভাঙ্গিবাক,
প্ৰভুক বোলন্ত কিক॥
বজ্ৰৰ সদৃশ, কঠিন ধনুক,
নোৱাৰিলে কেহোঁ যাক।
মধুৰ সুকৃতি, প্ৰভু ৰঘুপতি,
কিমতে ভাঙ্গিবে তাক॥
বুলিলোঁ পিতাক, নলাগে ভাঙ্গিতে,
ইহাঙ্ক বৰিবো আমি।
বিশ্বামিত্ৰে পাছে, ৰামক বুলিলা,
ধনু ভাঙ্গিয়োক স্বামী॥

## ছবি ।

ঋষিৰ বচন পালি, প্ৰভু ৰঙ্গে গৈলা চলি,
হাস্ফলি ধৰিলা ধনুখণ্ড ।
নিমিষেকে দিলা জোৰ, যেন মহাহস্তী ঘোৰ,
লীলায়ে ভাঙ্গিলা ইক্ষু দণ্ড ॥
শব্দগোট উঠলিল, ত্ৰিভুবন চমকিল,
ব্ৰহ্মাণ্ডৰ লড়িলা কটাহ ।
সৰ্ব্বলোকে জঁইগৈল কতো বেলি থিৰ ভৈল
তেবে মোৰ মিলিল উৎসাহ ॥
পিতৃক আগতকৰি, হাতে পদ্ম মালা ধৰি,
প্ৰভুৰ পাশক গৈলোঁ চলি ।
পদ্মমালা দিয়া গলে, চৰণ কমল মূলে,
প্ৰণাম কৰিলোঁ স্বামী বুলি ॥
প্ৰভু মোক আশ্বাসিয়া, ধৰিলন্ত সাবটিয়া,
পূৰ্ণ ভৈল মোৰ মনোৰথ ।
দেখি পাছে ৰাজা গণ, কৰিলন্ত ঘোৰ ৰণ,
ৰামে জিনি খেদিলা সমস্ত ॥



দশৰথ শশুৰক, পিতৃ মোৰ নিয়াইলন্ত,
ভৈলা মহা মাঙ্গল্য উৎসাহ ।
পিতৃপাছে বিধিৱতে, ৰাজ্য ভাৰ সমৰ্পি যে,
দিলা মোক ৰামত বিবাহ ॥
বহিনী উৰ্ম্মিলা নাম, ৰূপে গুণে অনুপাম,
লক্ষ্মণত পিতৃ বিহাদিলা ।
পাছে দিব্য ৰথে ছড়ি, আসন্তে অযোধ্যা পুৰি
পৰশুৰামে পথক ভেণ্টিলা ॥
তাহান স্বৰ্গৰ পন্থ, প্ৰভু ৰামে ছেদিলন্ত,
আশংসিয়া গৈলা লাজ পাই ।
পাছে মহা কৌতুহলে, সুমঙ্গলে সমদলে,
প্ৰবেশিলা অযোধ্যাত যাই ॥
যত মহা দিব্যভোগ, স্বামী সঙ্গে ভুঞ্জিলোহো,
তাক কিবা কহিবাক লাগে ।
ৰামচন্দ্ৰ হেন স্বামী, সেবিবাক পাইলোঁ আমি,
কতবা জন্মৰ পূণ্যভাগে ॥
কেকৈয় শাশুৰ হন্তে, প্ৰভু বনবাসে আইলা,
তথাপিতো নাই মোৰ দুখ ।
স্বৰ্গত অধিক মোৰ, বনতে জানিবা সুখ,
দেখোঁ নিতে বান্ধবৰ মুখ ॥

লক্ষ্মণ দেৱৰ মোৰ, চিৰকালে জীৱন্তোক,
মাতৃৱতে কৰে প্ৰতিপাল।
সপনে সচিতে মই, এহি মাত্ৰ বৰ সাধো,
ৰাম সমে যাউক মোৰ কাল॥
সীতাৰ কাহিনী শুনি, অনশুৱা তুষ্ট ভৈলা,
আশ্বাসিয়া দিলন্ত বিদাই।
দিব্য অলঙ্কাৰে মণ্ডি, সীতা আসি বাজ ভৈলা,
দেখিৰঙ্গ ভৈলা দুই ভাই॥
সীতা সবে কহিলন্ত, ৰাত্ৰি গোট বঞ্চিলন্ত,
সেহিপুণ্য বনে ৰঙ্গ মনে।
প্ৰভাতে ঋষিক এমি, ৰাম লক্ষ্মণ সীতা,
পুনু চলি গৈলা আনবনে॥
শুনিয়োক নৰলোক, ৰাম মনে ধৰিয়োক,
আন কথা কৰা পৰিহাৰ।
ৰামক কৰিও সেৱ, ৰামেসে পৰম দেৱ,
ৰাম বিনে গতি নাই আৰ॥
যতেক মহন্ত গণ, ইহাতেসে সদা মন,
ৰামৰেসে নাম গুণ গাৱে।
অনন্ত কন্দলী কহে, এহিজানি নিৰন্তৰে,
ৰাম বোলা প্ৰাণ থাকে যাৱে॥

—০—



## পদ।

কতোদূৰ যান্তে যেবে আছা প্ৰভুৰাম।
আশ্ৰমেক পাইলা ৰবি মণ্ডল উপাম॥
তৃপিতি ভৈলন্ত সীতা শ্ৰীৰাম লক্ষ্মণ।
সদা বেদধ্বনি তাত কৰে ঋষিগণ॥
ৰামক দেখিয়া মুনিগণ ৰঙ্গ ভৈলা।
চতুৰ্দ্দিশে বেৰি যাই আশংসা কৰিলা॥
প্ৰশংসা বচনে বুলিলন্ত স্তুতি বাক।
কৰিলা পবিত্ৰ প্ৰভু আসিয়া আমাক॥
ৰামে বুলিলন্ত হাসি শুনা সবে ঋষি।
কৰিয়ো নিৰ্ভয়ে তপ এহিবনে পশি॥
ৰাক্ষস কৰিবো ক্ষয় এহিবনে বসি।
ঘোৰ অন্ধকাৰ যেন হৰে পূৰ্ণ শশী॥
ঋষিগণ সমে ৰাত্ৰি বঞ্চি সিঠাৱত।
ঋষিক নিৰ্ভয় দিয়া চলে প্ৰভাতত॥
হাতে শৰ ধনু গাৱে সন্নাহা ছড়াইলা।
মধ্য কৰি সীতাক গহন বন পাইলা॥
বনে বনে ভ্ৰমন্ত যে শ্ৰীৰাম লক্ষ্মণ।
বিকট ৰাক্ষস গোট পাইলা দৰিশণ॥

নাম তাৰ বিৰাধ পৰ্ব্বত সম দেখি।
মঙ্গল গ্ৰহৰ বৰ্ণ ৰঙ্গা দুই আঁখি ॥
নাকগোট বেঙ্কা যে কুলা হেন কাণ।
লহ লহ জিহ্বা মুখ অগনি সমান ॥
আঙ্গাৰৰ বৰ্ণ গাৱে অগ্নিশিখা কেশ।
দশন ত্ৰিশূল সম বদন কুবেশ ॥
গিৰিশৃঙ্গ সম শিৰ গোট থুলন্তৰ।
তাৰ ৰূপ দেখি সীতা পাইলা বৰ ডৰ ॥
আঠগোট সিংহ সিটো মাৰিয়া লৈলেক।
হস্তী গোট মাথা কাটি তথাতে থৈলেক ॥
খানিতেক গৈয়া বাঘ গোট মাৰি খাইলা।
ৰুধিৰে সহিতে তাৰ চৰ্ম্মক পিন্ধিলা ॥
ঋষি সব মাৰিয়া ভুঞ্জয় প্ৰতি দিনে।
নিৰ্ভয়ে ভ্ৰময় দুষ্ট দণ্ডকৰ বনে ॥
ৰাম লক্ষ্মণ সীতা তিনিকো দেখিলা।
মহা ভয়ঙ্কৰ সিটো নাদক তেজিলা ॥
বিৰাধে পাইলেক বুলি পলাই সব ঋষি।
দুই ভাইৰ মাজে সীতা আছন্ত তৰাসি ॥
দুৰ্জ্জয় বিৰাধ যেন চিলে চাম্প দিলা।
সীতাক কোলাত লৈয়া গগণে চলিলা ॥



ৰাক্ষসৰ অঙ্গত জ্বলন্ত সীতা সতী।
অঞ্জন পৰ্ব্বতে যেন মাণিকৰ কান্তি ॥
গোসানী যে সুবৰ্ণ বিৰাধ ভৈলা কাঁচ।
অকাঠুৱা কাঠে যেন কল্পতৰু গাছ ॥
নিশ্বাসৰ কাল মেঘ সীতা যেন তাৰা।
আঙ্গাৰৰ মাজে যেন অগ্নিৰ বিকাৰ ॥
হাসিয়া বোলন্ত দুষ্টে আকাশত বসি।
কোথেৰ টেণ্টন দুই ভৈলিহি তপসী ॥
হাতে শৰ ধনু দেখো লগত সুন্দৰী।
আন তপসীৰ ভিক্ষা ফুৰা ছন্ন কৰি ॥
বল্ক পৰিধান জট পটল শিৰত।
ত্ৰৈলোক্য মোহিণী কন্যা দুইহান লগত ॥
ধৰ্ম্ম বিঘাতিক দেখিবাক নুহি যোগ।
তোৰা দুইক মাৰি কন্যা কৰোঁ উপভোগ ॥
দেখহ ত্ৰিশূল ধৰি আছোঁ বিদ্য মান।
তোৰা দুইক মাৰি কৰো ৰুধিৰক পান ॥
আৰাধিলোঁ ব্ৰহ্মাক আমাক দিলা বৰ।
তোৰা হেন লক্ষকক নাহি মোৰ ডৰ ॥
এহি বুলি বিৰাধ পৰম ৰঙ্গমন।
শুনি আছোঁ এহেন্তেসে ৰাম সনাতন ॥

মাৰোঁ আন শৰে মোৰ পাপ হৌক অন্ত।
এহি বুলি তাঙ্ক খঙ্গ তোলাইবে লৈলন্ত ॥
ক্রোধে বিৰাধে বোলে দর্পে খর্ব্ব বাণি।
দুর্ব্বাৰ বিৰাধ মোক নজানয় কোনি ॥
শূলে হানি তোৰা দুইক পেশোঁ যমঘৰ।
পৰ নাৰী হৰি নেস বনৰ ভিতৰ ॥
পৰ নাৰী হৰি নেস আতি বৰ ৰঙ্গে।
দুইৰো প্রাণ যাইবে এই সুন্দৰীৰ সঙ্গে ॥
ৰাক্ষসৰ মনুষ্য জানিবা নিত্য ভক্ষ্য।
তোৰা দুইক জিনিবাক নাহিকে অশক্য ॥
বিৰাধৰ দুর্ব্বাৰ বচন হেন শুনি।
ৰামেয়ো সীতাক স্নেহে মোহ ভৈলা জেনি ॥
সম্বোধি বোলন্ত ৰামে কেন ধৰোঁ জীৱ।
ৰাক্ষসৰ কোলে জ্বলে জনকৰ জীৱ ॥
ৰাঘে যেন ধৰিলে হৰিণী ভৈলা ভয়।
হা বান্ধে কিনো আতি ভৈলা বিপর্জ্জয় ॥
খঞ্জন নয়নী পূর্ণ চন্দ্রমা বদনী।
জনক ৰাজাৰ নিজ কুলৰ নন্দিনী ॥
দশৰথ নৃপতিৰ প্রথম বহাৰী।
পূর্ণচন্দ্র গ্রাসিলেক্ক যেন ৰাহু ধৰি ॥



ৰাম লক্ষ্মণ দুইভাইৰ বিদ্য মানে।
সীতাৰ এতেক ভৈলা জীও কোন গুণে ॥
প্রাণ তেজো কেকৈৰ পুৰোঁক মনোৰথ।
আবে অকণ্টকা ৰাজ্য ভুঞ্জোক ভৰত ॥
কৌশল্যায় দশৰথে কৰিলা কাকুতি।
নপাৰিলা পলটাইতে তভু তাইৰ মতি ॥
মৰিবাক লাগি পঠাইলেক ঘোৰ বন।
সীতাৰ বিপত্তি দেখি কিধৰোঁ জীৱন ॥
হেন শুনি হাত জোড়ে বোলন্ত লক্ষ্মণ।
মন্যু পৰিহৰি প্রভু থিৰ কৰা মন ॥
মই ভৃত্য থাকন্তে তোমাৰ কাক ডৰ।
ত্রিভুবন মর্দ্দিবাক পাৰোঁ একেশ্বৰ ॥
আজ্ঞা দিয়ো মোক হেন বিৰাধক মাৰোঁ।
ভৰতৰ মান্য যত ৰাক্ষসতে সাৰো ॥
সীতাদে কান্দন্ত ৰাম লক্ষণক চাই।
হৰি হৰি বিধি কিনো কৰিলি বিলাই ॥
হেন দেখি লক্ষ্মণৰ ক্রোধ উপজিল।
ধনুক টঙ্কাৰ কৰি পৃথিবী পূৰিল ॥
ৰামে সন্ধুক্ষণ হুয়া বোলে লক্ষ্মণক।
মোহোক বিস্তৰ নিন্দি লগাই আছে শোক ॥

মোৰ বিদ্য মানে জানকীক নিলে হৰি।
তুমি থাকা মই আক মাৰোঁ মান সাৰি ॥
এহি বুলি ৰামচন্দ্ৰ তুলিলন্ত হাস।
শুনৰে বিৰাধ তই ভৈলি সৰ্ব্বনাশ ॥
ঋষি সব ভুঞ্জি তই ভৈলি মহা মল্ল।
তোক মাৰি গুচাওঁ মোৰ হৃদয়ৰ শাল ॥
মই যম জীৱন্তে সাতাক তই খাইবি।
যতেক কৰিলি পাপী তাৰ ফল পাইবি ॥
হুয়া মৃগ খোকাস সিংহক খৰ্ব্ব বুলি।
আপুনিবে মৰিলি গৰল বিষ খাইলি ॥
সিংহৰ ভাৰ্য্যাক তই শৃগালে বাঞ্চস।
আপোনাৰ মৰণক আপুনি সাঞ্চস ॥
মই বিদ্যমানে জানকীক হৰি নেস।
শৃগালে যেহেন সিংহক কৰে উপহাস ॥
এহি বুলি ক্ৰোধে ধনু ধৰিলা ৰাঘৱে।
সাত গোটা নৰাচ জুৰিলা গুণে তাৱে ॥
কৰ্ণমানে ধনু টানি হানি মহা বলী।
হত ভৈলা বুলি হাসিলন্ত খল খলি ॥
হৃদয়ত পৰি পিঠি ফুটি বাজ ভৈলা।
বিজুলি ছটকে যেন বাণ ছুটি গৈলা ॥



ৰামৰ প্ৰহাৰে নিশাচৰে ছোট পাইল।
অন্তকালে যমে যেন বিৰাধ কিটাইল ॥
আঠগোটা সিংহ খঙ্গে আচাড়ি পেল্হাইলা।
ত্ৰিশূল সম্মুখ কৰি লক্ষ্মণক ধাইলা ॥
প্ৰলয়ৰ মেঘে যেন তেজিলা আটাস।
যত বন বাসী ঋষি ভৈলা মহা ত্ৰাস ॥
লক্ষ্মণক হানিলেক মাৰোঁ আজি বুলি।
ইন্দ্ৰৰ কুল্লিস যেন বেগে আসে চলি ॥
দেখিৰামে হানিলা সাক্ষাতে যম দণ্ড।
খুৰপতি শৰে শূল ভৈলা খণ্ড খণ্ড ॥
লক্ষ্মণ ভাতৃক ৰামে আপনি ৰাখিল।
সুবৰ্ণ পুঙিখয়া শৰ পুনষ্ছ হানিল ॥
বিৰাধৰ হৃদয়ত সন্ধানে ভেদিলা।
সীতাক ভূমিত থৈয়া ৰাক্ষস পৰিলা ॥
পৃথিবী কাম্পন্তে যেন পৰ্ব্বত কাম্পয়।
মুখৰ ৰুধিৰ গেৰু ধাৰে নিজৰয় ॥
ৰামক প্ৰণাম কৰি বিনান্ত বিৰাধ।
পূৰ্ব্ব কথা কহো গোসাই এৰা অপৰাধ ॥
আছিলোঁ গন্ধৰ্ব্ব কুবেৰৰ অনুচৰ।
নামত তম্বৰু তাঙ্ক সেবিলোঁ বিস্তৰ ॥

শুনিয়োক ৰাম তুমি জগত ঈশ্বৰ।
তাহান শাপত মই ভৈলোঁ নিশাচৰ ॥
ইন্দ্ৰৰ সুন্দৰী অপেস্বৰা ৰম্ভা নাম।
তান সঙ্গে মোহোৰ মিলিলা বৰ কাম ॥
তান সঙ্গে ক্ৰিড়া কৰি আছোঁ চিৰকাল।
সেৱাত নেদেখি কোপিলন্ত দিগপাল ॥
কুবেৰ প্ৰভুৱে শাপ দিলা কোপ মনে।
নিশাচৰ হুয়া থাক দণ্ডকাৰ বনে ॥
দশৰথ ঘৰে ৰাম হৈবে অবতাৰ।
সাক্ষাত ঈশ্বৰ নাম লৈলে তৰিবাৰ ॥
তাহান হাতত তোৰ হৈবেক মৰণ।
তৈসানিসে হৈবে তোৰ পাপ বিমোচন ॥
নিশাচৰ হুয়া হিংসা কৰ চিৰকাল।
পৰম পাতকী ভৈলোঁ জগতৰ শাল ॥
পূৰ্ব্ব কথা চিত্তে লৈলোঁ তযু দৰশনে।
কৰিলোঁ দাৰুণ দোষ এহিসে কাৰণে ॥
দোষ নকৰিলে মোক নামাৰিবা ৰাম।
এহি গুণি আচৰিলোঁ মহা মন্দ কাম ॥
এবে তযু শৰে পৰি মুকুতিক পাইলোঁ।
মাতৃ বুলি সীতাক নমাইয়া হেৰা খৈলোঁ ॥



ভকত বৎসল ৰাম কৰা মোক দয়া।
চিতা সাজি দহিয়ো মোহোৰ ইটো কায়া ॥
কহিলোঁ কাতৰ বাপ ক্ষেমা কৰিওক।
জগত পবিত্ৰ প্ৰভু যশস্যা থাকৌক ॥
ভকত বৎসল ৰাম তাতে তুষ্ট ভৈলা।
কাষ্ঠ আনিবাক লাগি লক্ষ্মণক আদেশিলা ॥
চিতা সাজি লক্ষ্মণে দহিলা বিৰাধক।
দিব্য ৰূপ ধৰি গৈলা উত্তম স্বৰ্গক ॥
জগত পবিত্ৰ ৰাম নাম গুণ গাই।
পুত্ৰ ভাৰ্য্যা সমে যাই ভৈলা এক ঠাই ॥
সীতাক পাইলন্ত প্ৰভু আনন্দ মিলিলা।
জিলোঁ প্ৰাণেশ্বৰী বুলি আলঙ্গি ধৰিলা ॥
সীতাৰ মণ্ডিলা দুঃখ দেখি ৰাম মুখ।
কটোক্ষণে থিত ভৈলা লভি মহা সুখ ॥
ৰামে বোলন্ত এথা ৰাক্ষস অবশেষ।
সীতাৰ নিৰ্ভয় হেতু চলোঁ আন দেশ ॥
লক্ষ্মণে সহিতে প্ৰভু তেখনে উঠিলা।
সৰভঙ্গ ঋষিৰ আশ্ৰম যাই পাইলা ॥
অদভুত দেখিলন্ত কতোদূৰে ৰহি।
ধৱল ছত্ৰেক যেন পূৰ্ণিমাৰ শশী ॥

সালঙ্কাৰ পুৰুষক দেখি জ্যোতির্ম্ময় ।
জ্বলন্তে আছয় পাৰে ভূমি নুচুৱয় ॥
দিব্য চাৰি হয় ৰথ আছে কতোদূৰে ।
দুই দিব্যনাৰী ঢোলে ধৱল চামৰে ॥
দেবেতুতি বোলয় গন্ধর্ব্বে গাৱেগীত ।
লক্ষ্মণক চাই ৰামে বুলিলা তহিত ॥
হৰিদ্ৰাৰ বৰ্ণ দেখা এহে দেব ৰাজ ।
সীতাক ৰাখিব তুমি বুজি আছোকাজ ॥
এহিবুলি ৰঘুপতি কৌতুকে চলিলা
কতোদূৰ যান্তে ইন্দ্রে ৰামক দেখিলা ॥
ঋষিক প্রণামি ইন্দ্রে বিদায় মাগন্ত ।
আমাক দেখিবে প্রতি শ্রীৰাম অ সন্ত ॥
আমাৰেসে কাজে প্রভু পান্ত বৰ দুখ ।
কোনলাজে দেখিবোহো বান্ধবৰ মুখ ॥
দেবকাজ সাধি বধি দুষ্ট দশানন।
যৈশানি সীতাক পাইবা ভকত বৎসল ॥
তৈসানিসে সম্ভাষিবো দেব ৰাঘৱক ।
এহি বুলি বেগে ইন্দ্রে গৈলন্ত স্বৰ্গক ॥
আগে যাই ৰামে ঋষি আশ্রমক পাইলা ।
সীতা লক্ষ্মণেয়ো যাই পাছে প্রবোশিলা ॥



দেখি গাৱ চালিলন্ত ঋষি সৰভঙ্গে ।
ৰাম লক্ষ্মণক অৰ্চ্চিলন্ত মহাৰঙ্গে ॥
প্রণামিয়া পাছে ৰামে পুছিলেক কথা ।
আদি অন্তে মহাঋষি কহিলা ব্যবস্থা
আমাক নিবাক আসিছিলা দেবৰাজ ।
তোমাক দেখিয়া লাজে গৈলা স্বৰ্গমাজ ॥
সাক্ষাতে ঈশ্বৰ ৰাম তোমাক দেখিলোঁ ।
সেহিসে কাৰণে আমি স্বৰ্গক নগৈলোঁ ॥
তোমসাক দেখিয়া তৰয় সবে লোক ।
তোমাতে ভকতি হৌক আজ্ঞা কৰিয়োক ॥
শ্রীৰামে বোলন্ত কথা শুনিতুষ্ট ভৈলোঁ ।
আন উপদেশ দিয়া হেৰা আমি চলোঁ ॥
ঋষিয়ে বোলন্ত চলা সুতীক্ষ্ণৰ পাশে ।
ভুঞ্জা ফল মূল জানা দিলোঁ উপদেশে ॥
এহি বুলি সৰভঙ্গে অগনি জ্বালিল ।
মন্ত্রক পঢ়িয়া ঘৃতে আহুতি কৰিল ॥
দেখন্ত লক্ষ্মণ সীতা ৰাম হৃষিকেশ ।
ডেৱ দিয়া ঋষিভৈলা অগ্নিত প্রবেশ ॥
তাহাঙ্ক দহিয়া পাছে অগনি নিমাইল ।
সৰভঙ্গ ঋষি মহাৰঙ্গে গতি পাইল ॥

দিব্যৰূপ ধৰি স্বৰ্গে গৈলা সৰভঙ্গ ।
দেখি ৰাম লক্ষ্মণ সীতাৰ বৰ ৰঙ্গ ॥
ৰাক্ষস খাইবাৰ ঋষি সি সবক দেখিলা ।
আনো সব ঋষিক অভয় দান দিলা ॥
সুতীক্ষ্ণ ঋষিৰ ৰামে আশ্ৰমক পাইলা ।
দেখি মহামুনি আসি আগবাঢ়ি নিলা ॥
ফলে মূলে প্ৰভুক কৰিলা বহুমান ।
দিন কতিপয় ৰামে আছে সেহি থান ॥
পাছে অগস্তিৰ আশ্ৰমক লক্ষ কৰি ।
ঋষিক প্ৰণামি ৰাম চলিলা মুৰাৰি ॥
খড়্গ ধনু বাণ ধৰি যান্ত বীৰকাছে ।
মাজত জানকী দুই ভাই আগে পাছে ॥
ফল পুষ্প সহিতে প্ৰকাশে তৰুচয় ।
নানা সৰোবৰে পক্ষী সকল চৰয় ॥
চৰয় চামৰি মৃগ পক্ষী যূথে যূথে ।
মহিষ বৰাহ ব্যাঘ্ৰ ভালুক বহুতে ॥
অনন্তৰে অষ্টাঙ্গত ভৈলা দিবাকৰ ।
প্ৰহৰেক পন্থে দেখিলন্ত সৰোবৰ ॥
কাহাকো নেদেখি তাত শুনি নৃত্য গীত ।
ধৰ্ম্মভৃত্য মুনিৰ পাইলন্ত সন্নিহিত ॥



প্ৰণামিয়া ৰামে তান্তে পুছিলন্ত কাজ ।
কৈৰ নৃত্য গীত শুনি সৰোবৰ মাজ ॥
ৰামক অৰ্চ্চিয়া মুনি আনন্দিত মনে ।
যথাবৃত কথা কহিলন্ত তেতিক্ষণে ॥
শুনিয়োক নৰনাৰী এক মন কৰি ।
ৰামৰ চৰণ চিন্তিয়োক হৃদি ধৰি ॥
ৰাম সম দেব নাহি ভকত বৎসল ।
ভজিল মাত্ৰকে সবে সাধিন্ত কুশল ॥
বিৰাধে কৰিলা দ্ৰোহ সীতাক হৰিলা ।
ভজিল মাত্ৰকে প্ৰভু তাহাক তাৰিলা ॥
আপুনি দহিলা সিটো পাপীৰ শৰীৰ ।
হেন কৃপালুক নভজয় কোন বীৰ ॥
ধন জন মদে আকে বিষয় জঞ্জালে ।
নভজে ৰামৰ দুই চৰণ কমলে ॥
হেনজানি ধনজন গৰ্ব্ব পৰিহৰি ।
ৰমিয়ো পৰম ৰাম ৰূপ হৃদি ধৰি ॥
সাক্ষাতে অমৃত শুনা ৰামৰ চৰিত্ৰ ।
বোলা ৰাম ৰাম হৌক জগত পবিত্ৰ ॥

—o—

## দুলড়ি।

ধৰ্ম্মভৃত্য ঋষি, কহন্ত হৰিষি,
শুনিয়োক প্ৰভু ৰাম।
এহিস্থানে এক, ঋষি আছিলন্ত,
মন্দকৰ্ণি তান নাম॥
বায়ুভক্ষি দশ, হাজাৰ বৎসৰ,
কৰিলা তপ দুষ্কৰ।
বিষ্ণুত সাধিলা, তেহেন্তে নিৰ্ম্মিলা,
ইটো মহা সৰোবৰ॥
তান উগ্ৰতপ, দেখি শচীপতি,
ইন্দ্ৰ মহাভয় ভৈলা।
মোৰ ইন্দ্ৰ পুৰি, যোনো লোৱে কাঢ়ি,
দেব সমে আলোচিলা॥
তপভঙ্গ কাজে, গুণি দেবৰাজে,
বাচি পাঞ্চ অপেশ্বৰী।
ঋষিৰ পাশক, আশ্বাসি পঠাইলা,
অলঙ্কাৰে চিত্ৰ কৰি॥



বিষ্ণুক চিন্তিয়া, আছে মহা ঋষি
পাতিলেক যাই নৃত্য।
মৃদঙ্গ মন্দিৰা, চুঙ্কি মনোহৰা,
গুঞ্জৰীয়া গাৱে গীত॥
ভাঙ্গি ভাৱে চলে, কৰিলয় লাস,
কটাক্ষে হাসিয়া চাৱে।
উৰু চাৰু উচ্চ, কুচ ৰুচিকৰ,
নৃত্যৰ ছলে দেখাৱে॥
বসন্ত সময়, কুলি কুহ্লাৱয়,
মলয়া ভৈল সমীৰ।
প্ৰফুল্ল কমল, গুঞ্জৰে ভ্ৰমৰ,
লড়িলা মন ঋষিৰ॥
চক্ষু মেলি চায়, দেখিলা সিঠাই,
নাচে পাঞ্চ অপেশ্বৰী।
ভৈলা মহা ভোল, চাপিলন্ত কোল,
মাধবৰ ধ্যান ছাড়ি॥
ভকতিৰ বলে, পশি এহি জলে,
লৈয়া পাঞ্চ অপেশ্বৰী।
মন্দকৰ্ণি ঋষি, পৰম হৰিষি,
আছা তাতে ক্ৰিয়া কৰি॥

সেহি বাদ্যগীত, শুনন্ত সদাই,
জল মধ্যে মনোহৰ ।
এতেকে ইহাৰ, পাঞ্চ অপেশ্বৰী,
নাম ভৈলা সৰোবৰ ॥
এহি কথা শুনি, ৰাম লক্ষ্মণৰ
সীতাৰ ভৈলা হৰিষি ।
সেহি থানে প্ৰভু, পৰম আনন্দে,
বঞ্চিলা পাঞ্চ বৰিষ ॥
মুনিৰ আশ্ৰম, মহা মনোহৰ,
চাহি ফুৰে চাৰি দিশ ।
মুনিগণে আসি, আৰাধন্ত সদা,
ভকতি কৰি হৰিষি ॥
গীতা ভাগৱত, পুৰাণ ভাৰত,
শুনন্ত ঋষিৰ মুখে ।
ফল মূল খাই, ঋষিৰ লীলাই,
আছিলন্ত বৰ সুখে ॥
পুনু ৰাম প্ৰভু, সুতীক্ষ্ণ মুনিক,
দৰিশণ পাইলা তথা ।
মুণিক প্ৰণাম, কৰিয়া পুছিলা,
অগষ্টি আছন্ত যথা ॥



ঋষিয়ে ৰামক, আশ্বাসি কহিলা,
অগষ্টিৰ উপদেশ ।
বৈষ্ণৱ ঋষিৰ, ধূলা শিৰে লৈয়া,
চলি গৈলা হৃষি কেশ ॥
আগত শ্ৰীৰাম, পাছত লক্ষ্মণ,
মাজত যান্ত জানকী ।
পৰম কৌতুক, লভিবো অধিক,
আজি অগষ্টিক দেখি ॥
ৰামে বোলন্ত, নৌশুনা লখাই
অগষ্টি ৰাউলৰ কথা ।
বাতাপি ইল্লাল, অসুৰ দুই ভাই,
পূৰ্ব্বত আছিলা এথা ॥
জ্যেষ্ঠ গোট তাক, বোলয় ইল্লাল,
ব্ৰাহ্মণৰ বেশ ধৰি ॥
পিতৃ শ্ৰাদ্ধ বুলি, অনেক ঋষিক,
যাই নিমন্ত্ৰণ কৰি ॥
কনিষ্ঠ বাতাপি, তাঙ্ক মেষ পশু,
কৰি থোৱে সেহি ঠাৱ ।
জানে বহুমায়া, ঋষিগণ গৈলে,
সবাৰে ধুৱাৰে পাৱ ॥

সবাৰে আগত, মেষ পশু গোট,
গলতে মচাৰি মাৰি।
ৰন্ধণ কৰিয়া, ব্ৰাহ্মণক তাক,
মংাস দেই ভাগ কৰি ॥
শালী তণ্ডুলৰ, অন্ন সিদ্ধ কৰি,
ভুঞ্জে সবে ঋষি গণ।
পাঞ্চ সাত খানি, মেষৰ মাংসৰ,
ব্যঞ্জন লৈয়া শোভন ॥
ইল্লালে বোলয়, ভয়াই বাতাপী,
পাশৰিলি নিজ কাজ।
এতেকে বোলন্ত, ঋষি সকলৰ,
পেট চিৰি হোৱে বাজ ॥
মৰে ঋষি গণ, দেখি ৰঙ্গমন,
বাণ্টি খাই দুই ভাই।
এহিমায়া কৰি, ঋষি সকলক,
শ্ৰাদ্ধ ছলে মাৰি খাই ॥
অগষ্টি শুনিয়া, তাহাৰ গৃহত,
আপুনি ঠেকিলা যাই।
দুইকো দুই বোলে, যাহাক খঁজিলোঁ,
তাঙ্কে পাইলোঁ এহি ঠাই ॥



মাংস ভুঞ্জাইবাক, অগষ্টিকো চাৰে,
সামান্য হেন মানিয়া।
আতি বুদ্ধি যেন, কচ্ছপ মৰয়,
তৰত যাই পৰিয়া ॥
হাসিয়া ইল্লালে, অগষ্টিক বোলে,
বোলয় আতি পেট ছোট।
একেশ্বৰে আক, কিমতে ভুঞ্জিবা,
বৰ মেষ পশু গোট ॥
অগষ্টি বোলয়, হেন নুবুলিবা,
লাগি আছে বৰভোক ॥
আৰু কি আছয়, মেষ গোট সাত,
তেবে পূৰে মোৰ কোষ ॥
শুনা দান পতি, দিয়া যত আছে,
শুনিয়া তুষ্ট অসুৰ।
মায়ামৃগ মাৰি, ৰান্ধিবাক দিলা,
অযোগ্য মাংস প্ৰচুৰ ॥
ৰান্ধিয়া অগষ্টি, সমস্ত ভুঞ্জিলা,
মনেস্মৰি মহা হৰি।
গঙ্গাক চিন্তিলা, কুমণ্ডলু মাজে,
আসি ভৈলা শ্ৰীঘ্ৰ কৰি ॥

জলপান কৰি, গৰ্ভতে জাৰিলা,
কৰি মহা হৰিজপ ।
ইল্লালে বোলয়, ভয়াই বাতাপি,
শীঘ্ৰে আস মোৰ বাপ ॥
অগষ্টি বোলয়, কেনে হেন বোলা,
গৰ্ভতে জাৰিলোঁ তাক ।
হেন শুনি দুষ্টে, খাণ্ডা ধৰি ধইল,
অগষ্টিক কাটিবাক ॥

——০——

## ছবি ।

দেখি ঋষি ডেৱ কৰি, খড়গ তাৰ লৈলা কাঢ়ি,
ক্ৰোধমানে সংহৰিবে চাইল ।
চক্ষুৰ অগনি লাগি, ৰাক্ষস দগধ ভৈলা,
দেখি মহা হৰিষক পাইল ॥
হেনয় অগষ্টি ঋষি, বৈষ্ণৱতে মহা যশী,
ঋষি বৈৰি মাৰি কীৰ্ত্তি থৈলা ।
এহি কথা কহি ৰামে, জানকী লক্ষ্মণ সমে,
তথাত আশ্ৰম এক পাইলা ॥



নিশা গোট বঞ্চি তথা, অগষ্টি আছন্ত যথা,
চলিলন্ত দক্ষিণ যে দিশ ।
সহস্ৰ সংখ্যাত তাত, পঢ়ে ছাঁত্ৰ অসংখ্যাত,
দেখিলন্ত অগষ্টিৰ শিষ্য ॥
দূৰতে ৰামক দেখি, লক্ষিলন্ত মহা ঋষি,
শিৰে জটা বৃক্ষ চৰ্ম্ম গাৱে ।
হাতৰ ভৰিৰ নখ, বাঢ়ি আছে অতিৰেক,
উঠিলন্ত অতি শীঘ্ৰ ভাৱে ॥
শিষ্যগণ সমে যাই, আগবাঢ়ি নিলা ঋষি,
মধুৰ বচনে আশ্বাসিয়া ।
ৰাম লক্ষ্মণ সীতা, অগষ্টিক দেখিলন্ত,
নমিলন্ত জানু শিৰহুয়া ॥
সকল গাৱৰ লোম, ফুলি আছে কাশি ফুল,
সুন্দৰ পাণ্ডুৰ থুল কায় ।
ক্ৰোধে কালান্তক যম, ক্ষমায় পৃথিবীসম,
আসংসন্ত ৰাঘবক চায় ॥
ঋষিয়ে বোলন্ত ৰাম, সুমৰি তোমাৰ নাম,
হোৱে মহা পাপীয়ো পবিত্ৰ ।
কিনো আনন্দক দিলা, মোহোৰ থানে আসিলা,
পূৰ্ণ ভৈলা মনৰ বাঞ্ছিত ॥

তোমাৰ চৰিত্ৰ শুনি, তৰয় দংসাৰ লোকে,
ভৈলাহা ঈশ্বৰ অবতাৰ ।
সজ্জনক ৰক্ষিবাহা, দুৰ্জ্জনক দণ্ডিবাহা,
মনোৰথ পূৰিবা আমাৰ ॥
এহি মতে প্ৰশংসিয়া, ফল ফুল সমৰ্পিয়া,
পুছিলা কুশল যত যত ।
দিব্য ধনু এক খান, অক্ষয় দুই গোট টুণ,
ৰামক দিলন্ত ঋষি ৰাজ ॥
ধনুৰ্ব্বাণ পাই ৰাম, পৰম হৰিষ ভৈলা,
ঋষি তাৰ গুণক কহিলা ।
এহি ধনুবাণে হৰি, দেৱতাক থাপিলন্ত,
অসুৰক নিঃশেষ কৰিলা ॥
ব্ৰহ্মাৰ সৃজিত অস্ত্ৰ, অসুৰক খেদি খাই,
যাক নিবৰ্ত্তা নাহি লোক ।
বিশ্বকৰ্ম্মে গঢ়িলন্ত, জ্বলে ইটো মহাৰত্ন,
হৰিষে বাসবে দিলা মোক ॥
এহি ধনুৰ্ব্বাণ ভৰে, নসহে পৃথিবী ছটে,
দিলোঁ ধন ভূবন বিজয় ।
শুনি ৰাম ৰঙ্গ ভৈলা, শিৰত আদৰি লৈলা,
ধনু মহা জ্বলে ৰত্ন ময় ॥



আকাশ নিৰ্ম্মল আৰো, দিব্য খড়্গ খান পাই,
তাক প্ৰভু লৈলন্ত আদৰি ।
অগস্তি বোলন্ত ৰাম, আমাৰ আশ্ৰমে এথা,
কটো দিন আছা ৰঙ্গ কৰি ॥
দণ্ডকা বনত এথা, অনেক ৰাক্ষস আছে,
সীতাক ৰাখিবা সাবধানে ।
প্ৰণামিয়া অগস্তিক, এহি হৌক বুলি ৰামে,
পঞ্চ বটীক কৰিলা পয়ানে ॥
ৰাম লক্ষ্মণ সীতা, হৰিষে চলন্ত যেবে,
পথত জটায়ু দেখিলন্ত ।
হেন মহা বীৰ ৰাম, দশৰথ পুত্ৰ তুমি,
মহা স্নেহে ডাকি বুলিলন্ত ॥
তোমাৰ পিতৃৰ মিত্ৰ, জটায়ু বোলয় মোক,
শুনি ৰাম ভৈলা ৰঙ্গ মন ।
পুছিলন্ত পাছে কাজ, কহিয়োক মুনিৰাজ,
কোন বংশে ভৈলা উতপন্ন ॥
জটায়ু বোলন্ত ৰাম, প্ৰজাপতি দক্ষ নাম,
তান জীৱ ভৈলন্ত বিনতা ।
কাশ্যপ ঋষিত বিহা, দিলা ৰূপে গুণে মহা,
স্বামীত ভকতি পতি ব্ৰতা ॥

তাহান গৰুড় নাম, তিনিয়ো জগতে খ্যাত,
কৃষ্ণৰ বাহন পক্ষী ৰাজ।
গৰুডৰ পুত্ৰ আমি, কাশ্যপ ঋষিৰ নাতি,
থাকোঁ এহি পুন্য বন মাজে॥
জ্যেষ্ঠ ভাই আছে মোৰ, নামত সম্পাতি তান,
আমি সৰ্ব্ব কাৰ্য্যত সামৰ্থ।
মোৰ ইটো থান জানা, তোমাৰেসে অধিকাৰ,
আছিলন্ত মিত্ৰ দশৰথ॥
কিসক আসিলা বন, সঙ্গে সীতা লক্ষ্মণ,
সাক্ষাতে ঈশ্বৰ তুমি ৰাম।
হেন শুনি ৰাম চন্দ্ৰ, পৰম আনন্দ ভৈলা,
প্ৰকটি কহিলা নিজ কাম॥
ৰাৱণৰ ভগ্নি যে, শূৰ্পনখা নিশাচৰী,
সেই বনে ফুৰে তাই চৰি।
ৰাম চন্দ্ৰ আছা বসি, যেন পূৰ্ণিমাৰ শশী,
সঙ্গে সীতা আছন্ত সুন্দৰী॥
দেখিলা ৰাক্ষসী যাই, এক দৃষ্টি আছা চাই,
কটো দূৰে আছন্ত লক্ষ্মণ।
ৰামৰ দেখিয়া ৰূপ, ত্ৰিভুবন মনোহৰ,
শূৰ্পনখা মোহ ভৈলা মন॥

---



## দুলড়ি।

দুৰ্ব্বাদল শ্যাম, তনু সুকোমল,
সুবলিত ভ্ৰুব দুই।
প্ৰসন্ন বদন, কমল নয়ন,
কাম দেবো সম নুই॥
চৰণ কমল, ৰঞ্জে মহীতল,
যাক চিন্তে যোগীগণে।
গাৱে বৃক্ষ ছাল, শিৰেজটা ভাৰ,
হাতে শোভে ধনুবান॥
ৰামৰ পাশত, সীতাক দেখিলা,
ত্ৰৈলোক্য মোহন সুন্দৰী।
পূৰ্ণ চন্দ্ৰ সম, যেন চিত্ৰা দেবী,
আছন্ত কৌতুক কৰি॥
সীতাৰ মুখক, চাহি ৰঘু ৰাই,
কৰা কেলি পৰিহাস।
লক্ষ্মণৰ ৰূপ, জগত মোহন,
বনক কৰে প্ৰকাশ॥

দেখি শূৰ্পনখী, তব্ধ ভৈলা আখি,
কামে ভৈলা মহা ভোল।
মনে গুণি বোলে, ইটো পুৰুষৰ,
কেন মতে পাও কোল ॥
সীতাক নিৰেখি, বোলে শূৰ্পনখী,
ই আই কি তপ খাইলা।
তিনিয়ো ভুবনে, নাহি দেখো হেন,
পুৰুষক স্বামী পাইলা ॥
ইটো পুৰুষক, স্বামী নপাওঁ যেবে,
নিস্ফল মোৰ জীৱন।
ধৰোঁ দিব্যৰূপ, মোক দেখি যেবে,
ইহাৰ টলয় মন ॥
আৰ সমীপত, আছয় সুন্দৰী,
তাইতো ধিক ৰূপ ধৰোঁ।
এইক তেজিয়া, যেন ভজে মোক,
হেনৰূপ আজি কৰোঁ ॥
এই বুলি তাই, : জানে বহু মায়া,
দিব্য ৰূপ ধৰিলেক।
দিব্য অলঙ্কাৰ, বস্ত্ৰ জাতিষ কাৰ,
তনুগোট মণ্ডিলেক ॥



ভৈলা বৰ বালা, মুখ চন্দ্ৰ কলা,
শোভে উচ্চ কুচ দুই।
শৰীৰ সুবাস, শোভে দিশ পাশ,
মুনিগণো মোহ হুই ॥
ৰামৰ আত, ভৈল উপগত,
ধৰি ভঙ্গি লয়লাস।
কটাক্ষে চাহিয়া, ঈষৎ হাসিয়া,
কৰিতে লৈলা সম্ভাষ ॥
শুনা সভাসদ, ৰামায়ণ পদ,
দুষ্টৰ দেখা চৰিত্ৰ।
আপুনি মোহিত, হুয়া মহত্তৰ,
মোহিবেক চাৰে চিত ॥
এতেকে ৰামত, শৰণ লয়োক,
একান্ত ভকতি কৰি।
হৰি ভকতিৰ, মহিমা কি কৈবো
সংসাৰ তৰিতে পৰি ॥
হেন জানি আত, কৰিয়ো সঞ্জাত,
শুনিয়ো ৰামৰ কথা।
ধন জন সুখ, যতন ছাড়িয়া,
জন্মক নকৰা বৃথা ॥

কোতিক্ষণে কৈত, মৰণ মিলয়,
কৰা আপোনাৰ কাম।
অনন্ত কন্দলী, বোলন্ত বিনয়,
ডাক বোলা ৰাম ৰাম॥

—০—

## পদ।

শূৰ্পনখী বোলে তুমি সৰ্ব্ব সুলক্ষণ।
তপসাৰ বেশে কেনে আসিলৈলা বন॥
কিবা দেব সিদ্ধ তুমি গন্ধৰ্ব্ব কুমাৰ।
নাহি দেখো তোমাসম ৰূপ সুকুমাৰ॥
অসংখ্য ৰাক্ষস শত্ৰু আছে এহি থান।
ঋষি সব মাৰিয়া ৰুধিৰ কৰে পান॥
কোথা হন্তে আসিলা কমন বাপমাৰ।
কহ নাম গ্ৰাম যেবে মোত আছে ভাৰ॥
ৰামে বোলন্ত মোৰ পিতৃ দশৰথ।
তাহানেসে সত্য পালি আছোঁহোঁ বনত॥
কৌশল্যা জননী মোৰ নাম শ্ৰীৰাম।
আমাৰ কনিষ্ঠ এহে লক্ষ্মণ যে নাম॥



জনক নন্দিনী এন্তে সুবদনা সাতা।
মহা পতিব্ৰতা মোৰ ভাৰ্য্যা বিবাহিতা॥
যত ৰাজ্যভাৰ বন্ধুগণ তেজিলন্ত।
মোহোৰ স্নেহত বন বাসত আছন্ত॥
তোমাৰ বা কিবানাম কাহাৰ কামিনী।
কাহাৰ নন্দিনী তুমি ভূবন মোহিনী॥
শঙ্কৰৰ ভাৰ্য্যা কিবা আপুনি পাৰ্ব্বতী।
চন্দ্ৰৰ সুন্দৰী কিবা ৰোহিনী ৰেৱতী॥
কিবা অপেশ্বৰী বিদ্যাধৰি তুমি নাৰী।
কটাক্ষতে ত্ৰিভুবন মোহিবাক পাৰি॥
কিসক সুন্দৰী তুমি আইলা মোৰ পাশে।
কহিয়ো সুন্দৰী মই পুচোঁ হাবিয়াসে।
ৰামৰ বাক্যত তাই পাইলেক সৰস।
কটাক্ষে হাসিয়া কৰে উল্লাস মাল্লস॥
শুনা শুনা প্ৰাণস্বামী তুমি শ্ৰীৰাম।
মই ৰাৱণৰ ভগ্নি শূৰ্পনখী নাম॥
তোমাৰ আগত মিছা কহন নযাই।
ঋষিগণ মাৰি খাই ফুৰোঁ এহি ঠাই॥
তোমাৰ ৰূপক দেখি মই ভৈলো ভোল।
সুন্দৰ বদনে দিয়া আলিঙ্গন কোল॥

ছাড় মানুষিয়া নাৰী তেজ তাইৰ মন।
তোমাৰ আমাৰ হৌক মহা আলিঙ্গন॥
মই ভাৰ্য্যা ভৈলে ৰাম আৰ কাক ডৰ।
মোৰ জ্যেষ্ঠ ভাই আছে ৰাজা লঙ্কেশ্বৰ॥
ত্ৰিভুবন বিজয় দুৰ্জ্জয় মহা যশী।
যাহাৰ চৰণ দেব গণে সেৱে আসি॥
তাহানে কনিষ্ঠ কুম্ভকৰ্ণ বিভীষণ।
আৰো দুই আছে খৰযে দূষণ॥
ৰাৱণ দদাৰ পুত্ৰ আছে ইন্দ্ৰজিত।
যাৰ নাম শুনি ত্ৰিভুবন ভয়ভীত॥
সীতাক ছাড়িয় ৰাম মোক কৰাসাৰ।
আপুনি পশিলোঁ আসি ভাগ্যেসে তোমাৰ॥
যেবে বোলা আছে মোৰ পৰমা সুন্দৰী।
কিমতে ভজিবা মোক শঙ্কা পৰিহৰি॥
হেৰা প্ৰভু বোলা যেবে তযু আজ্ঞা পাওঁ।
নাৰীক সীতাক এতিক্ষণে মাৰি খাওঁ॥
দেখিয়া তোমাক ৰাম থিৰনহে মন।
সীতাক তেজিয়া মোক দিয়া আলিঙ্গন॥
ৰাক্ষসীৰ বাক্যে ৰামে আনন্দক পাইলা।
ঈষত হাসিয়া তেবে লক্ষ্মণক চাইলা॥



পৰিহাস বাক্য তাইক বুলিলন্ত ৰাম।
সাফল জনম তোৰ শূৰ্পনখী নাম॥
কিন্তু মোৰ কামিনী আছন্ত সীতাসতী।
তই আবে চল ভাই লক্ষ্মণৰ ভিতি॥
মোহোৰ বচনে তই বিলম্ব নকৰ।
লক্ষ্মণক প্ৰীতি কৰি তাঙ্কে তই বৰ॥
চিৰকাল লক্ষ্মণ আছন্ত ভাৰ্য্যা ছাড়ি।
দুখ পাশৰোক ভাই চাপিয়ো সুন্দৰী॥
সীতাৰ ৰামৰ দৃঢ় প্ৰেমভাৱ দেখি।
লক্ষ্মণৰ পাশক চলিলা শূৰ্পনখী॥
সীতা সমে ৰামে চাই আছা ৰঙ্গ মন।
লক্ষ্মণৰ পাশে তাই ভৈলা উপসন॥
কৰ জোড় কৰি বোলে শুনা মহাবীৰ।
ৰামত অধিক তুমি সুন্দৰ শৰীৰ॥
ৰামক নবৰি আসি ভৈলোঁ তযু পাশ।
বৰিলোঁ তোমাক স্বামী পূৰা মোৰ আশ॥
স্ত্ৰীজাতি জানা আমি কোমল হৃদয়।
সুন্দৰ পুৰুষ দেখি মদনে দহয়॥
খৰালিত নদী যেন জল নাই নাঠি।
দিনে দিনে নাৰীৰ যৌবন দেই ভাঠি॥

এতেকে কাতৰ কৰোঁ ধৰা মোৰ বোল।
মদনে দহয় দিয়া আলিঙ্গন কোল॥
দণ্ডকাৰ বন যে তিনি ভুবনত সাৰ।
ইহাতে বসতি হৌক তোমাৰ আমাৰ॥
লক্ষ্মণে বোলন্ত হাসি শুনা শূর্পনখী।
কোনে ভোল নুহিবেক তোৰ ৰূপ দেখি॥
কিন্তু মই পৰাধীন ৰামৰ সেৱক।
ৰাজাৰ ভগিনী মোক বৰস কিসক॥
অধিন জনৰ সুখ নোহে স্বতন্তৰ।
মোহোক ভজিলে দুখ পাইবি নিৰন্তৰ॥
তোৰ ৰূপ যৌবনৰ তেবেসে সাফল।
মোত আশা এড়িয়া ৰামৰ পাশে চল॥
মোহোক বৰিলে হৈবি শীতাৰ কিঙ্কৰী।
শুনিয়া তোহোক হাসিবেক নৰনাৰী॥
শূর্পনখী লক্ষ্মণৰ বাক্যমনে লৈলা।
পৰিহাস নুবুজি ৰামৰ পাশে গৈলা॥
মদনে দগধ চিত্ত থিৰ নোহে গাৱ।
লাজ এড়ি ৰামক বুলিলা মৃদু ভাৱ॥
তোমাৰ বচনে মোক নৰাখে লক্ষ্মণে।
পূর্ব্বত আসিলোঁ মই তোমাৰেসে মনে॥



কোন ছাড় সীতাক সুন্দৰী বুলি ধৰা।
এহি পাপিষ্ঠিক পাই আমাক নবৰা॥
মোৰ দোষ নাহি তেবে আৰ কিবা চাওঁ।
তোমাৰ আগত সীতা সতিনীক খাওঁ॥
তুমি ৰাম সমে ৰতি ভুঞ্জোৰঙ্গ মনে।
এহি বুলি নিজ ৰূপ ধৰি তেতিক্ষণে॥
ভয়ঙ্কৰ ৰূপ ভৈলা পেট গোট খাল।
লহ লহ জিহ্বা যে সোতোৰা দুই গাল॥
বিকট দশন চয় উচ্চনাক গোট।
কুৰুকুটা কেশ বেশ লম্বা দুই ওঠ॥
ডম্বৰুৰ পাত যেন ছোৱন্তে ছাল যাই।
ওভতা লোমৰ শাৰী উলুবন প্ৰাই॥
হাত পাৱ ভেঙ্গুৰা যে ৰঙ্গা দুই আঁখি।
কুড়ি গোটা তীক্ষ্ণ নখ যেন বজ্ৰ দেখি॥
মুখ গোটা মেলি খেদি যাই জানকীক।
ৰাহুৰ ঘৰনী যেন ধাইলা ৰোহিণীক॥
দেখিয়া সম্ভ্ৰমে ৰামে ভেণ্টিলন্ত আগ।
বোলন্ত লক্ষ্মণ ভাই ঝাণ্টেলোৱা লাগ॥
সীতাক ৰাক্ষসী খাই কৰা পৰিত্ৰাণ।
কাটা শূর্পনখীৰ সত্বৰে নাককাণ॥

ৰামৰ আদেশে খড়্গ ধৰিয়া লক্ষ্মণে।
যেন শৃগালীক ধাই গৈলা তেতিক্ষণে ॥
একে ডেৰে যাই ছেদিলন্ত নাককাণ।
স্ত্ৰীৰ কাৰণে তাইক নমাৰিলা প্ৰাণ ॥
নাকৰ কাণৰ তেজ বোম্বালে পৰিল।
আৰ্ত্তনাদ কৰি ভাই কান্দিয়া চলিল ॥
আছোক সীতাক খাইব আপুনি পলাই।
লক্ষ্মণে খেদয় বুলি পাছক নচাই ॥
মাতক নাহিক মুখে দেহে নাহি প্ৰাণ।
লক্ষ্মণৰ হাতে আসি ভৈলোহু নিৰ্জ্জান ॥
কটা নাক কাণ তাই মুঠি কৰি লৈই।
খৰ ভায়েকৰ আগে পৰিলেক গৈই।
কান্দি কান্দি কহে খৰ দূষণৰ আগে।
শুনা দুই দদা মোৰ জীবাক নলাগে ॥
তোৰ বহিণীৰ মোৰ ভৈল এত মান।
মানুষে কাটিলা মোৰ দেখা নাককাণ ॥
বহিণীৰ বিলাই দেখি বোলে ক্ৰোধে খৰ।
আপুনি মৰিতে আইল সিটো কোন নৰ ॥
ৰাৱণৰ বহিণীৰ কাটে নাক কাণ।
সিটো আবে পলাই থাকিব কোন থান ॥



যেন মৃগে পাৱে ঘালে বাঘক লাঠি।
আসিষিষ গোমৰ কঙ্কালে দেই লাথি ॥
কট কটাই ঘাৰ তাৰ উঠে পুত কাতি।
জানিলোহু যমে তাৰ মলচিল পাতি ॥
স্বভাবে মনুষ্য জাতি ৰাক্ষসৰ ভক্ষ।
কেন মতে চিন্তে সিটো আমাৰ বিপক্ষ ॥
কোন নাক কাণ কাটিলে তোমাৰ।
ঝাণ্ট কৰি কহ কথা কৰোঁ প্ৰতিকাৰ ॥
এহি বুলি ভায়েকত কহে নাককাটি।
ফুৰন্তে ভ্ৰমন্তে গৈলোঁ পঞ্চবটী ॥
দুই গোটা মানুষ্য আছে শিৰেজটা ধৰি।
নাম ৰাম লক্ষ্মণ পুছিলোঁ আগবাঢ়ি ॥
ত্ৰৈলোক্য মোহিনী কন্যা আছে তাৰ নাৰী।
তাইৰ ৰূপক কোনে বৰ্ণাইবাক পাৰি ॥
কোমল দেখিয়া তাইক গৈলোঁ গিলিবাক।
লক্ষ্মণে ধৰিয়া কাটিলেক কাণ নাক ॥
মোক যেবে দয়া আছে তাসম্বাক মাৰ।
তিনিৰো শোণিত পিওঁ কৰো প্ৰতিকাৰ ॥
কুলক্ষিণী শূৰ্পূণখা খল লগাইলেক।
ৰাক্ষস বিনাশ কাল আসিয়া ভৈলেক ॥

শুনিয়া দুৰ্ম্মুখ খৰ ভৈলা ক্রোধ বশ।
পাঞ্চিলা ৰামক প্রতি চৈধ্যয় ৰাক্ষস ॥
চৈধ্যৰ সহস্র তাৰ ৰাসক্ষ আছিল।
সহস্র সহস্র মাজে একৈক পাঞ্চিল ॥
খৰে বোলে শুনা চৈধ্য গোট মহাবীৰ।
মাৰিয়ো ৰামক এই পিয়োক ৰুধিৰ ॥
আগহুয়া মাৰ ৰাম লক্ষ্মণক যুজি।
পাছতে ছলিবো মই ভালমন্দ বুজি ॥
খৰৰ অদেশ শুনি চৈধ্যৰ ৰাক্ষস।
বীৰ কাছে কাছি চলিলন্ত ৰাম পাশ ॥
আঙ্গাৰৰ বৰ্ণ ভয়ঙ্কৰ ঘোৰ কায়।
যেন কাল মেঘ দল ব্যাপি চলি যাই ॥
শূৰ্পণখী কুলক্ষণী ভৈলা আগুয়ান।
চৰণৰ ছোটে বসুমতী কম্পমান ॥
মাৰোঁ ৰাম লক্ষ্মণক বোলন্তে যাই পাইল।
ৰামেও লক্ষ্মণক চাই বচন বুলিল ॥
দেখিয়ো লক্ষ্মন শূৰ্পণখী সমন্বিত।
চৈধ্যৰ ৰাক্ষস আসে আমাক যুজিত ॥
খানিতেক সীতাক ৰাখিয়া তই থাক।
একেস্বৰে যম ঘৰে পঠাও সবাক ॥



এহি বুলি সীতাক ৰাখিবে তাঙ্ক দিলা।
অগস্তি দিবাৰ চাপ হাতে তুলি লৈলা ॥
গাৱত সন্নাহা পিন্ধি আগবাঢ়ি গৈলা।
ৰাক্ষস সবক চাই বচন বুলিলা ॥
দশৰথ পুত্র আমি শ্রীৰাম লক্ষ্মণ।
বাপৰ আদেশে আমি আছো তপোবন ॥
সামান্য মনুষ্য হেন নুহি কদাচিত।
আমাৰ সমান বীৰ নাহি পৃথিবীত ॥
তপসী বুলিয়া কেনে লগাৱস দ্বন্দ্ব।
যায়ো উলটিয়া যাৱে নতু ছদোঁস্কন্ধ ॥
হেন শুনি ৰাক্ষসে ক্রোধিয়া বোলে বাক।
আপুনি মৰিতে ৰাম আনাইলা আমাক ॥
মহাবীৰ খৰে সমে কন্দল লগাইলি।
শূৰ্পণখীৰ নাক কাটি ত্রিশূল সঞ্চিলি ॥
খৰে পাঞ্চি আছে আমি বীৰ চৈধ্যজন।
তুমি আসি ভৈলা একেশ্বৰে ঠন গণ ॥
ইন্দ্ৰৰ পাশত যদি লোৱস শৰণ।
তথাপি আমাৰ হাতে মিলিব মৰণ ॥
এহি বুলি চৈধ্যৰ ৰাক্ষস একে জোপে।
বেঢ়িয়া ৰামক ধাইল পৰম আটোপে ॥

হানিলে শকতি শূল গদা মুদ্গৰ।
দেখিয়া হৰিষি ভৈলা জগত ঈশ্বৰ ॥
অলেখ কৰিয়া শৰ ৰাক্ষসে হানিল।
ধনুৰ্ধৰি ৰামে তাক পন্থতে ছেদিল ॥
অস্ত্ৰসব হত দেখি ৰাক্ষসে কিটাইল।
চতুৰ্দ্দিশে শূল ধৰি শ্ৰীৰামক ধাইল ॥
চৈধ্যশৰে প্ৰভুতাক পেলাইলন্ত ছেদি।
থাক থাক বুলি ৰাক্ষসক যাই খেদি ॥
ত্ৰৈলোক্য নাথৰ ক্ৰোধ উধাই মনত।
চৈধ্য গোটা সিলিমুখ জুড়িলা গুণত ॥
ৰাক্ষসৰ হিয়া ফুটি পিঠি ভৈলা বাজ।
পৃথিবী বিদাৰি গৈলা সাগৰৰ মাজ ॥
নাগ লোক পশি যাই গঙ্গাত স্নানিলা।
পুনৰূপি ৰাঘবৰ টুণত পশিলা ॥
চৈধ্যৰ ৰাসক্ক মাৰি ভূমিত পাৰিলা।
টল বল কৰি মহী মণ্ডল লড়িলা ॥
ৰাক্ষস সংহৰি ৰাম ৰণ জয় ভৈলা।
দেবগণে ৰঙ্গমনে পুষ্প বৰিষিলা ॥
জয় জয় ৰাম বুলি জয় বাদ্য বাইলা।
হৰিষে আসিয়া ৰাম আশ্ৰমক পাইলা ॥



জানকী লক্ষ্মণে দেখিলন্ত দূৰে বসি।
স্বৰ্গত উদিত যেন পূৰ্ণিমাৰ শশী ॥
ৰাম লক্ষ্মণ সাতা ভৈলা একঠাই।
পৰম হৰিষ ভৈলা ফল মূল খাই ॥
পুছিলন্ত কথা সীতা সুমিত্ৰাৰ সুতে।
যুদ্ধৰ কাহিনী ৰামে কহিলা সমস্তে ॥
চৈধ্যৰ ৰাক্ষস ৰামে মাৰিবাৰ দেখি।
মহাভয়ে পলাই গৈলেক শূৰ্পনখা ॥
চৈধ্যৰ ৰাক্ষস মাৰি মহাত্ৰাস ভৈলা।
খৰৰ আগত পৰি কান্দিবে লাগিলা ॥
খৰে বোলে কেনে মাৱ বিলাপ কৰস।
বৈৰ মাৰিবাক গৈল চৈধ্যৰ ৰাক্ষস ॥
কিবা আৰু মনে আছে সাধিবো তোমাৰ।
শীঘ্ৰ কৰি কহ মাৱ কৰোঁ প্ৰতিকাৰ ॥
শূৰ্পনখী বোলে কত কদৰ্থস মোক।
ৰামৰ হাতত তই যাইবি যম লোক ॥
মাৰিলা তিলেকে ৰামে চৈধ্যৰ ৰাক্ষস।
দণ্ডকা বনত তই বীৰ বোলাৱস ॥
তোমাৰ বাৰত্ব নিতে ঋষিমাৰি খাস।
ঝাণ্টে বন পাৰিহৰি দেশক পলাস ॥

দুখ সাগৰৰ মোৰ নাহিকয় পাৰ।
গলে হাণ্ড বান্ধি মৰোঁ কিকার্য্য জীৱাৰ ॥
ৰাৱণৰ ভাই হুই বসি আছা তই।
প্রতিকাৰ সধিবাক নোৱাৰিবি তই ॥
ৰাৱণ দদাৰ আগে মুনিষ দেখাইলি।
চৈধ্যৰ সহস্র ৰাক্ষসৰ বৰা ভৈলি ॥
আপোনাৰ প্রাণ খানি ৰাখিতে চাহিলি।
চৈধ্য গোটা বপুৰাক মিছাতে মৰাইলি ॥
ৰাম লক্ষ্মণক তই বীৰ ভালে জ্ঞান।
প্রতিকাৰ নিসিজিল হেৰা তেজোঁ প্রাণ ॥
হেন শুনি খৰে বোলে ক্রোধে খৰ বাৰ।
কিকাৰণে এতেক বোলস তই মাৰ ॥
তোৰ দুখ দেখি মোৰ পোৰে সর্ব্ব কায়।
মাৰিবোঁ লক্ষ্মণ ৰাম মানুষ দুই ভাই ॥
ইন্দ্র আদি দেৱে যাক দেখি হোৱে ডৰ।
কৌটীএক ৰামেকি মোহোৰ সমসৰ ॥
গদাহানি মাৰোঁ ৰাম লক্ষ্মণৰ জীৱ।
দুইহানো শৰাৰ শূর্পনখী মুখে পিৱ ॥
শুন বোলোঁ বহিনা মনত কৰা ৰঙ্গ।
কৈত শুনি আছা মোৰ ভৈলা ৰণ ভঙ্গ ॥



এহিশুনি নিশাচৰী গৈলেক উল্লসি।
খৰৰ মুখক চাই তুলিলেক হাসি ॥
সার্থক ৰাক্ষস তই ৰাৱণৰ ভাই।
হৰিষ লভিলোঁ ভাই তোৰ গহপাই ॥
শীঘ্রে চল মাৰ যাই ৰাম লক্ষ্মণক।
পিণ্ডুঁ শোণিত ভুঞ্জোঁ কোমল মাংসক ॥
খৰে বোলে দূষণ শুনহ মোৰ বাণি।
এহিক্ষণে ৰথ খান সাজিদিয়া আনি ॥
চৈধ্যৰ সহস্র মোৰ ৰাক্ষসৰ বল।
মই সেনাপতি হুয়া চলাওঁ সকল ॥
এহি শুনি দূষণে সাজিলা ৰথ খান।
স্বৰ্ণ মণ্ডিত জ্বলে আদিত্য সমান ॥
যত অস্ত্র শস্ত্র নিৰন্তৰে তাতে আছে।
খৰৰ আগত নিয়া যোগাইলেক পাছে ॥
তাহাত চড়িল খৰ বীৰ মহা চণ্ড।
মেৰুৰ উপৰে যেন কাল মেঘ খণ্ড ॥
চতুর্দ্দিশে বেঢ়ি যাই নিশাচৰ বলে।
কালপর্ব্বতেক সম যেন মেঘ চলে ॥
শুনা নৰ নাৰী ৰাম দেবৰ বিক্রম।
অধমো শুনিলে হোৱে পৰম উত্তম ॥

জগত মঙ্গল নিৰিমল যাৰ নাম।
কীৰ্ত্তনতে দেই ধৰ্ম্ম অৰ্থ মোক্ষ কাম ॥
নামত বিশ্বাস নাহি ধৰ্ম্ম কৰে যত।
সফলে নিস্ফল হোৱে শাস্ত্ৰৰ সন্মত ॥
বিশেষত কলি যুগে ধৰ্ম্ম লুপ্ত ভৈলা।
আনো নাম এৰে যিটো সিটো নষ্ট গৈলা ॥
ৰমিয়ো পৰম ৰাম ৰূপ হৃদি ধৰি।
ৰামৰ চৰিত্ৰ শুনা এক মন কৰি ॥
ধন জন সুখ নথাকয় নৰ্ব্ব কালে।
ধৰিয়ো ভকতি সুখ যাৱে আছা ভালে ॥
শুনিয়োক যতনে নাৰায়ণ গুণ নাম।
গুছোক পাতেক কৰ্ম্ম বোলা ৰাম ৰাম ॥

—•—

## ঝুমুৰি।

খৰৰ বলৰ জাম্পে। তিনিও ভুবন কাম্পে ॥
শ্ৰীৰামক যুজিবাক। চলে নিশাচৰ ঝাক ॥
জ্বলন্ত অগনি সম। ৰাক্ষস পতঙ্গ সম ॥
আপুনি মৰিতে চলে। ঝাকে ঝাকে কৌতুহলে ॥



কৰে মেৰু টল বল। কাম্পে সব জল স্থল ॥
ৰাক্ষসৰ পয়োভৰে। কাম্পে ভূমি নিৰন্তৰে ॥
খৰৰ ৰথক চাই। শগুণ পৰিল যাই ॥
তেজ পূঁয মাংসহাৰ। বৃষ্টি ভৈলা একাকাৰ ॥
আকাশত ৰাহু আসি। গ্ৰহিলেক ৰবি শশী ॥
নিৰ্ঘাত পৰয় আগে। গিৰি শৃঙ্গ বৃক্ষ ভাগে ॥
যেন শৃগালৰ ভাৱ। গৰ্দ্দভে কাঢ়য় ৰাৱ ॥
দক্ষিণ দিশত বাৱ। বৰে ঘনে ঝাকে ঝাক ॥
মুখৰ নিকলে জুই। ৰাক্ষসক চম্বু হুই ॥
যেন মাংস ভুঞ্জিবাক। ঘনে ঘনে ছাড়ে ডাক ॥
ফান্দে বাম বাহু আঁখি। মহা উত পাত দেখি ॥
কটাক্ষো নাহিকে তাৰ। চলি যাই চমৎকাৰ ॥
বলে সম নাহি মোৰ। জান মই বীৰ ঘোৰ ॥
একেশ্বৰে জিনিবাক। পাৰোঁ তিনি ভুবনক ॥
ৰাম লক্ষ্মণ দুই। মোৰ আগে কোন হুই ॥
হেনয় আশ্বাস কৰি। যাই বেগে দৰদৰি ॥
আকাশত দেব গণে। যুদ্ধ চাহিবাক মনে ॥
ৰহিলন্ত শাৰী শাৰী। গাৱে গীত অপেস্বৰী ॥
জয় জয় ৰাম বুলি। অংসখ্যাত বাহু তুলি ॥
নাশিয়ো ৰাক্ষস গণ। উদ্ধাৰিও ত্ৰিভুবন ॥

তুমিসে ভক্তৰ গতি। জয় জয় মাতা সতী
ভূমিৰ সংহাৰাভাৰ। গুচোক সকল ডৰ ॥
এহি মত তুতিকৰি। ৰামৰ আসন জুড়ি ॥
কৰিলন্ত পুষ্প বৃষ্টি। ৰাম ভৈলা মহাতুষ্টি ॥
শুনিয়োক নৰনাৰী। ৰাম কথা মনকৰি ॥
ইহাতেসে হৰে তাপ। নষ্ট হোৱে কোপতাপ ॥
ৰামত মিলয় ৰতি। হয় অন্ত কালে গতি ॥
অনন্ত কন্দলী ভণে। বোলা ৰাম ঘনে ঘণে ॥

——0——

## ছবি।

সেনা গ্ৰাহি মহা বাহু, পৃথু গ্ৰীৱ যজ্ঞ শত্ৰু,
নিস্কোদৰ ৰাক্ষস দমন।
মহানীল মেঘদল, দুৰ্জ্জয় ৰাক্ষস তিনি,
আৰো ত্ৰিশিৰ যম সমান ॥
ইন্দ্ৰৰ যুদ্ধক যেন, দানব সেনায় ধাইল,
ৰামৰ আশ্ৰম পাইল।
দূৰতে অপাৰ সেনা, আসে দেখি ৰামচন্দ্ৰ,
লক্ষ্মণক সম্বোদ্ধি কহিল, ॥



দেখিয়ো লক্ষ্মণ হেৰা, শূৰ্পনখী চলাইলেক,
খেদি আসে ৰাক্ষস সকল।
শ্ৰাবণৰ মেঘে যেন, চালিলে গগণ গণ,
সাজ ঝাণ্টে তেজ বন কল ॥
ৰথৰ উপৰে দেখোঁ, খৰবীৰ ছড়ি আসে,
আজি ঘোৰ মিলিব সমৰ।
সৈন্যৰ উপৰে তাৰ, মহা উতপাত দেখো,
বধিবোঁ সবাকে একেশ্বৰ ॥
মোৰ বোলে ধনুৰ্ধাৰি, লক্ষ্মণ সীতাক ৰাখি,
থাক তই গহ্বৰে পশিয়া।
মহা যুদ্ধ মিলিবেক, দেখি সীতা ডৰিবেক,
মোকলাগি চিন্তা নকৰিয়া ॥
ৰামৰ বচন শিৰে, ধৰিয়া লক্ষ্মণ বীৰে,
সীতালৈয়া গহ্বৰে পশিলা।
ৰামে মহা ৰঙ্গমনে, বাকলি গুচাই গাৰ,
মাণিকৰ সন্নহা পিন্ধিলা ॥
অন্ধকাৰ ফালি যেন, আদিত্য উদয় ভৈলা,
ধনুশৰ ধৰি দিলা থিৰ।
ৰামৰ মুকুতি দেখি, খৰৰ সেনাৰ মানে,
কাম্পে কায় উড়িগেলা জীৱ ॥

কাখৰক পায়া যেন, সাগৰৰ জল ৰৈল,
থমকিল ৰাক্ষসৰ দল ।
ৰামে চাইআছা হাসি, বৰ বৰ বীৰে আসি,
গালি পাৰি লগাইলা কন্দল ॥
কেহো বোলে ধৰধৰ, মাৰ মাৰ কিবা চাস,
মানুষ গোটক কিবা ডৰ ।
ৰাৱণৰ ভগিনীৰ, নাক কাণ কাটিলেক,
মানি আৰ থাওঁ কলেবৰ ॥
অল্প বলি সেনা মানে, ওচৰ নচাপে ডৰে,
দূষণে খৰত দিলা জান ।
একেশ্বৰে মানুষক, আপুনি মাৰিও আক,
শূৰ্পনখী পাউক বহুমান ॥
শুনি খৰে সাৰথিক, বোলে শীঘ্ৰে ৰথ ডাক,
চলাও মোক মানুষৰ কোল ।
সাৰথিয়ে ডাকিলেক, ৰাঘৱক দেখিলেক,
ধৰ মাৰ উথলিল ৰোল ॥
চতুৰ্দ্দিশে মাৰে বেঢ়ি, গদা মুদগৰ শৰ,
শতঘ্নি যে শকতি ত্ৰিশূল ।
প্ৰাস ভল্ল ভিণ্ডিপাল, অৰ্দ্ধচন্দ্ৰ কনিয়াল,
আনো অস্ত্ৰ হানিল বিপুল ॥



বাৰিষাৰ মেঘ যেন, বৰিষে মেৰুক ঢাকি,
ৰাক্ষসৰ তেজে নদী ভৈল ।
একেলাঞ্জে যাই বচি, যেন সমুদ্ৰক লাগি,
দেখি দেৱগণ ভয় ভৈল ॥
তথাপি হাসন্ত ৰাম, পৰম পুৰুষ প্ৰভু,
বোঢ় যুজে নিশাচৰ গণে ।
আকাশত থাকি দেৱ, কাণা বাণি কথা কহে,
যোনো ৰামে নিজিলন্ত ৰণে ॥
মুখ্য মুখ্য জনে বোলে, হেন কথা পতিয়াবা,
পৰম ঈশ্বৰ দেব ৰাম ।
ৰাক্ষসক সংহৰিব, দেব কুল উদ্ধাৰিব,
ভকতৰো সাধিৱন্ত কাম ॥
দেবতা গণৰ ভয়, জানিৰাম কৃপাময়,
ৰাক্ষসৰ দেখি উপদ্ৰব ।
কালান্তক ৰুদ্ৰসম, ক্ৰোধে ধনু টঙ্কাৰিলা,
ৰাক্ষসৰ ভৈলা পৰাভৱ ॥
কৰ্ণত হানিলা তাল, কম্পিল ৰাক্ষসবল,
ধনুৰ টঙ্কাৰ ঘোৰ শুনি ।
জগতৰ নাথ ক্ৰোধে, কৌগী একশৰ জুড়ি,
পঠাইলন্ত ৰাক্ষসক হানি ॥

রিজুলী সঞ্চাৰে যাই, ৰাক্ষসক লাগপাই,
এক দিগি কৰিলেক থাই।
নামে শ্রীৰামৰশৰ, ব্যৰ্থ নাহি ৰাক্ষসৰ,
পৰিল মাত্রকে প্রাণ যাই ॥
কটো মহাতীক্ষ্ণ বাণ, দেখন্তে সঙ্কলে প্রাণ,
পলাই ৰাক্ষস বেহুভঙ্গে।
যেহি দিগি পলাই যাই, সেহিদিগে ৰাম ময়,
ৰামে ঢাকিলন্ত দিশ সাঙ্গে ॥
ৰামৰ অব্যৰ্থ শৰ, যম দণ্ড সমসৰ,
খণ্ড খণ্ড কৰি ৰাক্ষসক।
ৰাম শৰ হুতাশন, ৰাক্ষস শুখান বন,
দহি কতো পঠাইলা যমক ॥
সূৰ্য্যৰ কীৰণে যেন, অন্ধকাৰ ফালিলেক,
অসংখ্য ৰাক্ষস গৈলা ক্ষয়।
মাংস কৰ্দ্দম ভৈলা, শোণিতে বহয় নদী,
থাপদিয়া ভুঞ্জে কাক চয় ॥

—০—



## দুলড়ি।

ত্ৰৈলোক্যৰ নাথ, ৰাম ৰঘু পতি,
হাসন্ত হৰিষে চাই।
ত্ৰিভাগ সৈন্যৰ, ভাগেক আছয়,
ভয়ত সবে পলাই ॥
দূষণে আশ্বাস, বোলে নপলাস,
ৰহ ৰহ সেনা গণ।
মাৰোহোঁ ৰামক, দেখহ প্রত্যেক,
শুনিয়া জপাইলা ৰণ ॥
গন্ধৰ্ব্ব শৰক, হানিলা সেনাক,
ৰামচন্দ্র ঋষিকেশ।
কাটন ফুটন, শৰে যাই পাই,
নাশিলা সৈন্য অশেষ ॥
সৈন্য ছন্ন দেখি, দূষণ কিটাইল,
দিব্য একশৰ পাইলা।
কটো দূৰ হন্তে, ৰামক লাগিয়া,
হুঙ্কাৰে মাৰি পঠাইলা ॥

দেব ৰঘুনাথে, পন্থতে কাটিলা,
খুৰপতি শৰে তাক।
পাছে শ্ৰীৰামক, দূষণে হানিল,
মায়াময় শৰ ঝাক॥
মায়াশৰ হানি, নিবাৰিলা ৰামে,
দূষণে বিস্ময় পাছে।
যমদণ্ড সম, শূলেক হানিয়া,
আস্ফোট কৰন্তে আছে॥
দেখি দেৱৰামে, মহামন্ত্ৰ হানি,
পথতে পেলাইলা কাটি।
পৰ্ব্বত সদৃশ, পৰিঘেক পাই,
দূষণে ধৰিলা ডাটি॥
অযুত লোহাৰ, পৰিঘ দুৰ্ব্বাৰ,
ৰত্নে কৰে চিকিমিকি।
চাহিতে নোৱাৰি, ত্ৰিদশ দেবতা,
ভয়ে মুদিলন্ত আঁখি॥
মেঘৰ মাজত, সূৰ্য্য লুকাইলন্ত,
অস্ত্ৰৰ দেখি প্ৰভাৱ॥
দুই হাতে উচ্চায়া, দূষণ ৰাক্ষসে,
চলিলা ৰামৰ ঠাৱ॥



শিখৰে সহিতে, চলে যেন গিৰি,
যমে যেন দণ্ড ধৰি।
আতি মদগৰ্ব্বে, কাকো নডৰাই,
খেদি যাই দৰ দৰি॥
বেত্ৰাসুৰে যেন, ইন্দ্ৰক ধাইলেক,
দেখি প্ৰভু নকম্পিলা।
পৰিঘক লাগি, সহস্ৰ সংখ্যাত,
প্ৰখৰ শৰ হানিলা।
পৰিঘত পৰি, শৰ আগমুৰি,
উৰিগৈলা দিশা দিশ॥
চাহি আছে ৰামে, বৰিষণ জলে,
পৰ্ব্বতক কৰে কিস॥
পাছে খৰপতি, অস্ত্ৰ হানি ৰামে,
দাম্ফ মাৰি যান্ত খেদি।
পৰিঘে সহিতে, তাৰ বাম বাহু,
দুইকো পেলাইলা ছেদি॥
বাহুৰ বিষত, ভৈলা শ্ৰুতি হত,
দূষণ ভূমিত পৰিলা।
সাতদ্বীপ পৃথ্বি পৰ্ব্বত সহিতে,
অনেক খসি পৰিলা॥

মত্ত মাতঙ্গৰ, দান্ত দুই যেন,
কাঢ়ি বলে লৈলা টানি।
দূষণ বীৰৰ, বাহুৰ বিষত,
ছাড়ি গৈলা প্ৰাণ খানি ॥
সিদ্ধ মুনি গণে, প্ৰশংসা কৰিলা,
উপৰক বাহু তুলি।
দেব বাদ্য বাইল, পুষ্প বৰিষিলা,
জয় জয় ৰাম বুলি ॥
শুনা নৰ নাৰী, এক মন কৰি,
ৰামৰ ৰম্য বিক্ৰম।
শ্ৰবণতে মহা, পাতেক হৰয়,
অধমো হোৱে উত্তম ॥
ৰামেসে পৰম, সুহৃদ বান্ধব,
যাক নপাই সৰ্ব্ব কালে।
আন বন্ধু গণে, বেঢ়িয়া থাকয়,
যাৱে থাকে লোক ভালে ॥
মৰণ কালৰ, পৰম সহায়,
জানিবা ৰামৰ নাম।
এবে ধৰি নীতি, ভকতি কৰিয়ো,
ডাকি বোলা ৰাম ৰাম ॥
——০——



## পদ।

দূষণ পৰিল খৰবীৰ খঙ্গি গৈল।
মাৰ মাৰ কৰিয়া ৰামৰ ভিতি ভৈল ॥
ত্ৰিশিৰা বোলয় খৰ ৰহ কোপ ছাড়ি।
এতিক্ষণে দেখিবি ৰামক পঠাওঁ মাৰি ॥
ৰাম অগনিক আজি মই পানী কৰোঁ।
নুহি ৰণমাজে পৰি স্বৰ্গ পন্থ ধৰোঁ ॥
ত্ৰিশিৰাৰ বোলে খৰ হৰিষক পাইলা।
ৰামক যুজিবে লাগি তাহাক পঠাইলা ॥
ত্ৰিশিৰা সন্মুখ ভৈলা ৰামৰ সমৰে।
হৃদয়ত প্ৰভুৰ ভেদিলা দশ শৰে ॥
শৰৰ প্ৰহাৰ পাই দেব ৰঘু ৰাই।
ক্ষুদ্ৰ হৰিণক যেন সিংহে গৈল ধাই ॥
ৰথে ছড়ি যুজয় ত্ৰিশিৰা মহাবীৰ।
দেখিয়া ৰামৰ কোপে নসহে শৰীৰ ॥
বজ্ৰ যেন ছুটিল হানিল চৈধ্য শৰ।
ত্ৰিশিৰাৰ হিয়াত ফুটিলা নিৰন্তৰ ॥
আৰো যোল শৰ হানি চাৰি ঘোড়া মাৰি।
একশৰে ৰথক যে কাটিলা মুৰাৰি ॥

সাত শৰে ৰথ ছেদি আৰো এটা শৰে।
সাৰথিৰ শিৰক ছেদিলা ৰথবৰে ॥
ৰথ ভাঙ্গি গৈলা তাক নমনিল কেৱ।
ধনুধৰি ত্রিশিৰা ভূমিক দিলা ডেৱ ॥
মহা ক্রোধে ত্রিশিৰাৰ কাম্পে কলেবৰ।
ৰামৰ হৃদয় ভেদিলেক দশ শৰ ॥
ক্রোধে দশৰথ সুতে ধনুধৰি ডাটি।
নৱ গোটা শৰে তাক পেল্লাইলেক কাটি ॥
গিৰিশৃঙ্গ সম তিনি শিৰ গৈলা চিণ্ডি
পৰিল ৰাক্ষস কম্পি গৈলা বসুন্দৰী ॥
পৰ্ব্বতৰ গেৰু যেন বহে তিনি ধাৰ।
খৰে দেখি আছে কাল ভৈলা ত্রিশিৰাৰ ॥
মনত বোলন্ত আবে ভৈলোঁ একেশ্বৰ।
অসংখ্যা শকতি আজি দেখো মানুষৰ ॥
নুহিকে মানুষ ইটো দশৰথ সুত।
ইটো যুদ্ধ তেজিবাক নুহিকে যুগুত ॥
চক্ষু মুদিলে কি আৰ নুগুচয় ভয়।
যুজিবো ৰামক মই কৰিলোঁ নিশ্চয় ॥
সাৰথিক বলে খৰে শীঘ্রে ডাকৰথ।
আজিসে দেখিবি মোৰ যুদ্ধৰ মহত্ত্ব ॥



ৰামক মাৰিয়া বহিনীৰ মান সাৰো।
নুহিৰণে পৰি আজি স্বৰ্গ পন্থ ধৰো ॥
হেন শুনি সাৰথিয়ে ডাকিলেক ৰথ।
শৰহানি নিৰোধিলা মাৰুতৰ পথ ॥
ব য়ুৰ সঞ্চাৰ নাহি ইপাৰ সিপাৰ।
সূৰ্য্যক ঢাকিয়া যেন মেঘ একাকাৰ ॥
শৰে হানি চাইল আৰ ৰামক নেদেখি।
মাৰিলোঁ ৰামক বুলি চাহন্ত নিৰেক্ষি ॥
হেন দেখি ৰামে মহা ধনু টঙ্কাৰিলা।
পৃথিবী পাতাল স্বৰ্গ সমস্তে লড়িলা ॥
নিজ শৰ কাটি তাৰ শৰজাল কাটি।
আৰো সহস্রেক শৰ প্রহাৰিলা ডাটি ॥
লীলা কৰি যুদ্ধে দেব কৌশল্যা তনয়।
মহাবীৰ খৰে জানে অস্ত্র সমস্তয় ॥
হানন্ত নৰাচ বৎস দণ্ডভল্ল পাশ।
দুইৰো শৰে নিৰন্তৰে চানিলা আকাশ ॥
অনন্তৰে দুইৰো শৰ সংহৰন্ত দুই।
দেবাসুৰ গণে চাই আছে উৰ্দ্ধ মুই ॥
মহাৰথে ছড়ি যুজে খৰ নিশাচৰ।
তাৰ পৰাক্রম দেখি ভয় সুৰনৰ ॥

ভূমি পাৰে ৰাম দেৱ সম্মুখে যুজন্ত।
টঙ্কাৰ কৰিয়া ধনু যেহেন নাচন্ত॥
অসংখ্যাত শৰে প্ৰভু খৰক তাৰিলা।
খৰপতি বাণ হানি ধনুকো ছেদিলা॥
শীঘ্ৰে তুলি লৈলা খৰে আন ধনুখান।
ৰামক অনেকশৰ কৰিলা সন্ধান॥
বিশ্ৰুতি ভৈলন্ত ৰাম মনুষ্য স্বভাবে।
প্ৰভুৰ হাতৰ ধনু পৰিলা সেঠাৱে॥
হেন শুনি দেখি ত্ৰিদশৰ বিষাদ মিলিল।
মহা ৰঙ্গে খৰবীৰে আটাসেক দিল॥
কবচকো ভেদি হৃদি শালিলেক শৰে।
ভৈলন্ত ব্যামোহ প্ৰভু জগত ঈশ্বৰে॥
খানিতেকে ৰাম নাৰায়ণ স্বস্থ ভৈলা।
অগষ্টি দিবাৰ শৰ চাপ তুলি লৈলা॥
জাজ্বল্য সমান কোপে জগতৰ বাপে।
বিষ্ণুৰ শৰক নিয়া যুড়িলন্ত চাপে॥
আগ পাছ মনকৰি ভৈল সব সাজ।
শৰে কাটিলেক তাৰ সুবৰ্ণৰ ধ্বজ॥
ক্ৰোধিয়া বোলন্ত আজি লৈবোহু পৰাণ।
দুইস্তন মাজত হানিলা দশবাণ॥



খৰতৰ প্ৰহাৰে কোপত ভৈলা খৰ।
হৃদয়ত ৰামক বিন্ধিলা দশ শৰ॥
দুই হন্তৰো শৰে দুয়ো ভৈলন্ত জৰ্জ্জৰ।
পঙ্কাকুল ভৈলন্ত ৰুধিৰ কলেবৰ।
একে বাৰে ধনুশৰ দুইহানো ধৰিল।
অনেক সহস্ৰ শৰ দুয়ো প্ৰহাৰিল॥
পুষ্পিত পলাশ সম দুইৰো কলেবৰ।
দুৰ্ঘোৰ ৰণত দুয়ো বীৰ সমসৰ॥
ৰামে পাছে তিনি শৰ হিয়াত তাড়িল।
একবাণে ধ্বজ কাটি ভূমিত পৰিল॥
ধনু কাটি সাৰথিৰ কন্ধক চেদিল।
মৰিয়া সাৰথি পাছে ভূমিত পৰিল॥
ৰথভঙ্গ দেখিয়া খৰৰ হৃদি খেদ।
মোৰ ৰথ ভাঙ্গিলেক অভেদ্য অছেদ্য॥
ত্ৰিদশেও দেখন্ত খৰৰ ৰণ ভঙ্গ।
বৈৰৰ বিপত্তি দেখি আতি বৰ ৰঙ্গ॥
আকাশত থাকিয়া কৌতুক আতি মনে।
দুন্দুভি সংবাদ কৰিল ঘনে ঘনে॥
গদাধৰি খৰে ধৰণীত দেৱ দিল।
পৃথিৱ কম্পিয়া সাত পাতাল লড়িল॥

ৰাঘবে বোলন্ত খৰ শুনৰে পাপিষ্ঠ ।
সকলো ঋষিৰ তই চিন্তিলি অনিষ্ট ॥
দণ্ডকা বনত তই ভৈলি মন্দ ৰোগ ।
তোক ৰাখিবেক খানিতেকো নুহি যোগ ॥
অন্যায় কৰিলি যত তাৰ ফল পাইবি ।
মোহোৰ হাতত বেটা যমঘৰে যাইবি ॥
হেন শুনি খৰে পাছে বুলিলেক বাণি ।
মোহোক মাৰিবে এতিক্ষণে কেনেজানি ॥
মিছাত কৰস ৰাম মনত উল্লাস ।
গদাৰ ছোটত কিবা যমঘৰে যাস ॥
অলপিক মনুষ্যৰ তোহোৰ আছে ধিক ।
বীৰ হুৱা বীৰক গৰিহা কৰা কিক ॥
গুণবন্ত জনৰ আনেসে গুণ কহে ।
সুগন্ধ পুষ্পৰ গন্ধ পবনেসে বহে ॥
ত্রিদশ দেবতা তোৰ হৌক অনুকুল ।
তথাপিতো মাৰিতোক নিবোঁ ৰসাতল ॥
হাতেগদা ধৰিখৰে ৰামক কিটাইল ।
যেন নাৰায়ণক কৈটভে বীৰে ধাইল ॥
হানিলেক গদা গোট যেন যম দণ্ড ।
টলবল কৰয় মেদিনী সাতো খণ্ড ॥



খলকিল সাগৰ লৰিল নাগপুৰ ।
ৰথে ছড়ি চমকিল দেবতা অসুৰ ॥
গদা শুন্যে যাই যেবে ৰামৰ সন্বিত ।
মনত তৰসি ভৈলা বিহ্বল চৰিত ॥
শৰ হানিবোঁহো কিবা ভৈলা বিমৰিষি ।
ফোট সাপে পৰ্ব্বতক কৰিবেক কিস ॥
অগনিৰ অস্ত্ৰক ৰাঘৱে তুলি লৈলা ।
শঙ্কৰৰ শূল ত্রিপুৰক সাজ ভৈলা ॥
হানিল অগ্নিৰ অস্ত্ৰ গগণে উধাই ।
সৰ্প গিলিবাক যেন গড়ুৰেক যায় ॥
শৰ্পৰ তালুতে যেন অগনি লাগিল ।
ৰাঘৱৰ শৰে গদা নিৰ্য্যাণ কৰিল ॥
গদা গোট ছন্ন ভৈল দেখি আছে খৰে ।
তৰতৰি কম্পিল সকল কলেবৰে ॥
ধূমকেতু যেন গদা ভূমিত পৰিল ।
কম্পিল অনন্ত ফণা মুনিয়ো লৰিল ॥
বুলিলন্ত ৰাঘৱে চাণ্ডাল নিশাচৰ ।
পাপৰ চৰিত্ৰ তই দুৰ্জ্জন বৰ্ব্বৰ ॥
তোহোক মাৰিয়া যম কৱলে পঠাওঁ ।
পাছে আন্ত বিচাৰিয়া ঋষিসব চাওঁ ॥

খৰে বোলে ৰাম নতু যম ঘৰে যাস।
সি কাৰণে তই মোক মাৰিবাক চাস॥
অস্ত্ৰ হীন দেখি তোৰ হৰষিত মন।
মোৰ অস্ত্ৰ আছয় পৰ্ব্বত তৰুগণ॥
হেন বুলি ৰাক্ষস কুপিত বৰ ভৈলা।
দুই হাতে পৰ্ব্বতেক উপাৰিয়া লৈলা॥
লীলায়ে হানিল বীৰ ৰাঘৱক চাই।
নিৰ্ঘাতৰ সদৃশ পৰ্ব্বত গোট যাই॥
ক্ৰোধিয়া ৰাঘবে হাতে ধনুক ধৰিল।
শৰে হানি গিৰি খণ্ড খণ্ডক কৰিল॥
খৰৰো শৰীৰ শৰে জৰ্জ্জৰ কৰিল।
যেন মন্দৰৰ গেৰু ৰুধিৰ ঝৰিল॥
শৰৰ ঘাৱত বৰ নিশকত ভৈলা।
খড়্গেক ধৰি ৰাঘৱক খেদি গৈলা॥
ৰাক্ষসক দেখি ৰাম ক্ৰোধ বৰ পাইল।
বাসবে দিবাৰ অস্ত্ৰ গুণত ছড়াইল॥
শৰ হানি ৰাঘৱে বোলন্ত থাকথাক।
অস্ত্ৰৰ অগনি নিকলয় ঝাকে ঝাক॥
বজ্ৰে ভেদিলেক যেন পৰ্ব্বত টলিল।
শৰ পৰি খৰৰ জীবন নিকলিল॥



ৰামৰ হাতত যেবে ৰাক্ষস পৰিল।
ত্ৰৈলোক্যৰ লোকে সবে হৰিষ লভিল॥
জয় জয় ৰাম বুলি দেবে আসংসন্ত।
ৰামৰ শিৰত দিব্য পুষ্প বৰিষন্ত॥
ব্ৰহ্মা মহেশ্বৰ ইন্দ্ৰ চন্দ্ৰ আদি কৰি।
ৰামক কৰিলা স্তুতি কৰি কৃতাঞ্জলী॥
আজিসে জগতে কিছু পাইলেক উসাস।
ৰাক্ষস সংহৰি যশ কৰিলা প্ৰকাশ॥
এহি কথা শুনি নৰে তৰিবেক পাপ।
কিনো কৃপা কৰিলা ঈশ্বৰৰাম বাপ॥
তবে নৰে যাৰ ৰামনাম মাত্ৰ স্মৰি।
হেন দেব কৃপাৰূপে আছা অবতৰি॥
নানা স্তুতি বাণি বুলি কৰি বেদধ্বনি।
ৰামক কৰিলা আশীৰ্ব্বাদ সিদ্ধমুনি॥
বিদ্যাধৰে মৃদঙ্গ দুন্দুভি বাদ্য বাৱে।
আপেস্বৰা নাচয় গন্ধৰ্ব্বে গীত গাৱে॥
ৰামক চাহিয়া কটোবেলি আছে সুখে।
পাছে স্বৰ্গে গৈলা ৰাম নাম গায়া মুখে॥
ৰামৰ চৰিত্ৰ কহিযান্ত পন্থে পন্থে।
কৈলাসক গৈলা হৰ পাৰ্ব্বতী সহিতে॥

ৰাক্ষসক সংহাৰি ৰাম ভৈলা ৰঙ্গমন।
আপোন আশ্ৰমে যাই ভৈলা উপসন্ন ॥
সীতা সমে লক্ষ্মণ আসিলা মহাবলী।
তিনিজনে তহিতে লাগিলা গলাগলি ॥
অন্যো অন্যে মুখ চাই হৰিষ মিলিলা
যুদ্ধৰ কাহিনী যত ৰাঘৱে কহিলা ॥
সীতাৰ মনত বৰ হৰিষ মিলিল।
ৰাঘৱৰ কোল চাপি আলিঙ্গি ধৰিল ॥
সীতায়ে অমৃত হাতে শৰীৰ মাৰ্জ্জিলা।
যুদ্ধৰ প্ৰয়াস ৰামে সব পাশৰিলা ॥
বনবাসী ঋষি সবে আসি সেহি থান।
ৰামক আসংসি কাৰলন্ত বহুমান ॥
তোমাৰ প্ৰসাদে ৰাম শত্ৰু গৈলমৰি।
আবে সুখে হৰিক চিন্তিবো তপকৰি ॥
নিজগুণে ঈশ্বৰ আমাক তাৰিলা।
জতগ তাৰণ নাম গুণ প্ৰকাশিলা ॥
সজল নয়নে সীতা স্বামীত কহিলা।
প্ৰতিজ্ঞা পালিলা প্ৰভু ৰাক্ষস মাৰিলা ॥
ঋষিগণো নিস্তৰিল তোমাৰ প্ৰসাদে।
এহি কহি মহাসতী থাকিলা আহ্লাদে ॥



মুনি গণো ৰামত বিদায় কৰি গৈলা।
ৰাম লক্ষ্মণ সীতা হৰিষে থাকিলা ॥
ৰাৱণক সবংশে নাশিতে সাজ ভৈলা।
কান্দি কান্দি শূৰ্পনখী লঙ্কামাজে গৈলা ॥
অন্তৰীক্ষ বেগে গৈলা মুখে বায়ু খৰ।
দেখে বিমানত আছে ৰাজা লঙ্কেশ্বৰ ॥
মুখ্য পাত্ৰ মন্ত্ৰী গণ বসি আছে আগে।
বাসুকীক বেঢ়ি যেন বৰ বৰ নাগে ॥
সিংহাসানে বসি আছে জ্বলে কলেবৰ।
ৰাহু গ্ৰহ স্থিত যেন মেৰুৰ উপৰ ॥
মহাকাল মেঘ যেন শৰীৰৰ বৰ্ণ।
কুণ্ডলে মণ্ডিত দীৰ্ঘ জ্বলে কুড়ি কৰ্ণ ॥
কুৰিগোটা ৰাতুল নয়ন চমৎকাৰ।
কাল মেঘ মধ্যে কুৰি গোটা চক্ষুতাৰ ॥
কুৰিখান বাহু ভয়ঙ্কৰ থুলন্তৰ।
পাঞ্চ পাঞ্চ শিৰে যেন কুৰি অজগৰ ॥
দশ গোটা শিৰতাৰ কুৰি থান ভৰি।
দশ শৃঙ্গে জ্বলয় পৰ্ব্বত কাল গিৰি ॥
ঐৰাৱত হস্তীৰ দান্তৰ ঘোৰ ঘাৱে।
কৰ বান্ধি আছে সবে ৰাৱণৰ গাৱে ॥

ইন্দ্রে কৰিছন্ত যত বজ্রৰ প্রহাৰ ।
সাঞ্চ বান্ধি আছে যত শৰীৰে তাহাৰ ॥
অযুতেক বৎসৰ ব্রহ্মাক আৰধিলা ।
তপৰ প্রভাৱে সিটো জগত জিনিলা ॥
পাতালৰ বাসুকী সর্পক ৰণে জিনি ।
তক্ষকৰ ভার্য্যাক ৰাৱণে আছে আনি ॥
পৃথিবীৰ ভূপতি স্বর্গৰ দেব লোক ।
সবাৰে সুন্দৰী হৰি চণ্ডে আনিলেক ॥
নির্ভয়ে ৰাৱণে বসি আছা মহা সুখে ।
শূর্পনখী পাশে গৈলা লাজে ঢাকিমুখে ॥
কান্দি কান্দি বহে দদা শুনা লঙ্কেশ্বৰ ।
কেনে সুখে আছা বসি লঙ্কাৰ ভিতৰ ॥
ৰাজা হুয়া নিচিন্তস ভৈলা এত বৰ ।
জানিলোঁ তোমাৰ কালে পাইলেক ওচৰ ॥
তিনিয়ো ভুবন কম্পি গৈলা তোৰ যশে ।
চৰমুখে বার্ত্তা নলৱাহা দেশে দেশে ॥
মাতোৱাল হুয়া কেনে নুবুজস কাজ ।
হেলাত হৰাইবি তুমি জানু লঙ্কা ৰাজ ॥
দূষণ ত্রিশিৰা খৰ ৰাক্ষস যতেক ।
ৰাম নাম মানুষে সবাকে মাৰিলেক ॥



মোহোৰ বিপত্তি হেৰা দেখা বিদ্যমান ।
তাৰে ভাই লক্ষ্মণে কাটিলে নাককাণ ॥
ক্রোধিলা ৰাৱণ বহিনীৰ শুনি বাণি ।
ঘতৰ আহুতি যেন জ্বলিলা অগনি ॥
বোলে তই কহ শূর্পনখী সত্য কথা ।
কোথেৰ মানুষে হেন কৰিলা অবস্থা ॥
কিবা ক্ষত্রি জাতি হয় কিবা বিপ্র ঋষি ।
বনে পশি তপ কিবা কৰন্ত তপসী ॥
কেন মতে যুদ্ধ কৰিলেক ভাই খৰে ।
কহ ঝাণ্টে কেনমতে গৈল যম ঘৰে ॥
কিবা জাতিকুল তাৰ থাকে কোন থান ।
কি কাৰণে তোমাৰ কাটিলে নাককাণ ॥
সিংহৰ লাঙ্গুত ধৰি টানে কোন নৰে ।
কাহাল সর্পক ধৰি পৰিহাস কৰে ॥
প্রমত্ত হস্তীৰ দান্ত কাৰি লৈবে চাৱে ।
মৰিবাক লাগি বাঘে এৰে হাল বাৱে ॥
ব্রহ্মা মহেশত যদি পশয় শৰণ ।
তথাপি মোহোৰ হাতে মিলিব মৰণ ॥
কোন নৰে মোৰ মুখে থাপিল চৰণ ।
অবিলম্বে নিবো তাক যমৰ কাৰণ ॥

শূৰ্পনখী বোলে শুনা দৃঢ় কৰি মন।
দশৰথ পুত্ৰ দুই আসি আছা বন ॥
জ্যেষ্ঠৰ শ্ৰীৰাম নাম কনিষ্ঠ লক্ষ্মণ।
ৰূপে গুণে আনন্দিতা বীৰ বিচক্ষণ
ৰামৰ কামিনী আছে সীতা নামে নাৰী।
ত্ৰিভূবনে নাহি তাইৰ সদৃশ সুন্দৰী ॥
তাইৰ ৰূপক কোনে বৰ্ণাইবাক পাৰি।
মন্দোদৰী নহিকে ৰূপৰ সৰি বৰি ॥
আগত নথাকে বিদ্যাধৰি অপেস্বৰী।
মহালক্ষ্মী কিবা আসিআছে অবতৰি ॥
সিহেন ৰমনী নাহি সঙ্গত তোমাৰ।
নিস্ফল জীবন মিছা ভুঞ্জা ৰাজ্য ভাৰ ॥
প্ৰাণ দদা তোকে লাগি আনিতে চাহিলোঁ।
কোলে চাপি মই ধৰিবাক লাগি গৈলোঁ ॥
ৰামে আদেশিলেক লক্ষ্মণে ধৰি বাণ।
বলে ধৰি মোহোৰ কাটিলে নাক কাণ ॥
খৰ দূষণত অভাগিণী দিলোঁ জান।
ৰামৰ হাতত ভৈল সবাৰে নিৰ্জ্জান ॥
ফুৰি ফুৰি ৰামৰ সমৰ উপেক্ষিলোঁ।
কেনমতে মাৰে বাণ মই নজানিলোঁ ॥



বিজুলী ছটক যেন চলে ঝান্ত কৰি।
চতুৰ্দ্দশ সহস্ৰ ৰাক্ষস গৈল মৰি ॥
ইন্দ্ৰধনু জ্বলে যেন গগণ মণ্ডলে
দেখিলোঁ ৰামৰ ধনু তাতো কৰিজ্বলে ॥
বজ্ৰত অধিক একোশৰ যোড়ে চাপে।
ৰামক সম্মুখে যুজিবেক কাৰবাপে ॥
দূষণ ত্ৰিশিৰা খৰ আদি বীৰচয়।
ৰাম অগনিত গৈলা পতঙ্গ পৰায় ॥
ৰামৰ বিক্ৰমে মোৰ হিয়া গৈল লড়ি।
সৰল বৃক্ষত যেন বজ্ৰ আছে পৰি ॥
হেন অথন্তৰ কথা শুনিয়া ৰাৱণ।
অসন্তোষে ৰাজা আছিলেক কটোক্ষণ ॥
দূষণ ত্ৰিশিৰা খৰ মৰিবাৰ শুনি।
পৰম দুৰ্জ্জয় ৰাম মনে বোলে গুণি ॥
বহিণীৰো দেখো কাটিলেক নাক কাণ।
লাজে ৰাজা কাহাকো নেদিলা সমিধান ॥
ভাণীৰ সন্তাপে তন্তি খানিক আশিল।
সীতাৰ কাহিনী শুনি শোক পাশৰিল ॥
ত্ৰৈলোক্যত নাহিহেন শুনিলা সুন্দৰী।
কামাতুৰ ভৈলে চিত্ত ধৰিতে নাপাৰি ॥

কামাতুৰ পুৰুষৰ কাকো স্নেহ নাই।
কামিনীত ৰতি তাৰ নুগুছে সদাই ॥
সুখ ভোগ তেজিলেক সবে ৰাজ কাজ।
সীতাকেসে চিন্তে ৰাজা হৃদয়ৰ মাজ ॥
কেনমতে পওঁ সীতা ত্ৰৈলোক্য সুন্দৰী।
মাৰিচ মামাৰ কাছে যাওঁ শীঘ্ৰ কৰি ॥
তাহাঙ্কে সহায় কৰি সীতা আনোঁ হৰি।
পাছে ৰাম লক্ষ্মণক মাৰোঁ মন সাৰি ॥
সীতাক নপাইলে মোৰ নিষ্ফল জীৱণ।
এহি মনে গুণি থিৰ কৰিলা ৰাৱণ ॥
শুনা শূৰ্পনখী নকৰিবি অপমান।
সুবৰ্ণৰ গঢ়াই লৈয়োক নাককাণ ॥
তোৰ মনস্কাম মই সকলে সাধিবো।
ৰাম লক্ষ্মণক মাৰি সীতাক আনিবো ॥
এহি গুণি লঙ্কানাথে মনে স্বস্থ নাই।
দিব্য ৰথে ছড়ি গৈলা মাৰিচৰ ঠাই ॥
সাগৰ তৰিয়া যাই পাইলা তেতিক্ষণে।
তপকৰি মাৰিচ আছয় পুণ্যবনে ॥
শুনা মহাজন পুণ্য কথা ৰামায়ণ।
শ্ৰৱণতে হৰে মহা মহা পাপ গণ ॥



ৰাম নাম সম ধৰ্ম্ম কথা নাহি আৰ।
সাক্ষাতে জানিবা এই মুকুতিৰ দ্বাৰ ॥
হেন ৰাম কথাত নপাতে যিটো কাণ।
জানিবা পাতকী নাই তাহাৰ সমান ॥
ধনজন সুখে ভুলি থাকে বিষয়ত।
নিষফলে জনম যাই নুগুণে মনত ॥
বন্ধু বান্ধবক পোষে কৰি প্ৰতি পালে।
সবে থাকিবেক তোক ধৰি নিবে কালে ॥
দেখিয়ো নেদেখে অধম বুদ্ধিনৰ।
কেন মতে তৰিবাহা দুৰ্ঘোৰ সংসাৰ ॥
ইহ পৰলোকৰ বান্ধব বন্ধু ৰাম।
জানি নৰনাৰী তান শুনা গুণ নাম ॥
অনন্ত কন্দলী কহে এহিসে নিস্তাৰ।
ডাকি হৰি বোলা হৌক পুৰুষ উদ্ধাৰ ॥

——o——

## দুলড়ি।

মাৰিচক যাই, ৰাৱণে দেখিলা,
আচৰে তপ দোৰ্ঘাৰ।
কৃষ্ণসাৰ ছাল, গাৱে পৰিধান,
শিৰে জ্বলে জটা ভাৰ ॥

ধ্যানতে নিৰ্ম্মল, মন ভৈল তাৰ,
কৃশ ভৈল স্থল কাই।
ৰাৱণক দেখি, বহু মান্য কৰি,
অৰ্চ্চিলেক সমুদাই॥
লভিয়া আসন, বসিলা ৰাৱণ,
মাৰিচৰ মুখ চাই।
বোলয় বচন, মাৰিচ শুনহ,
আসিলোঁ তোমাৰ ঠাই॥
তোমাৰ সমান, বন্ধু নাহি আন,
লঙ্কাৰ মাজে আমাৰ।
সহস্ৰেক মত্ত, হস্তীৰ সমান,
বীৰ তুমি বলিয়াৰ॥
বুদ্ধি বল তেজে, ৰাক্ষস সমাজে,
নাহিকে তোমাৰ সম।
জানে ত্ৰিভুবনে, অৰি বিনাশন,
যেন কালান্তক যম॥
তুমি সমে মই, দেবক জিনিলোঁ,
কৰিলোঁ বশ্য জগত।
এবে এককাৰ্য্য, সাধিবাক লাগে,
শুনিয়ো যেন সাম্প্ৰত॥



আনে সাধিবাক, নপাৰে ইহাক,
তোমাৰ পাশে আসিলোঁ।
অথন্তৰ কাৰ্য্য, তোমাক এতেকে,
তপৰ হন্তে জগাইলোঁ॥
দশৰথ নাম, ৰাজাৰ দুই পুত্ৰ,
প্ৰসিদ্ধ ৰাম লক্ষ্মণ।
পিতৃ বোল পালি, ৰাজ্য পৰিহৰি,
আসিলা দণ্ডকা বন॥
ৰামৰ কামিনী, নামে সীতা সতী,
লগতে আছয় আসি।
ত্ৰিভুবনে নাৰী, নাহি সৰি কৰি,
বনকো থাকে প্ৰকাশি॥
মোহোৰ বহিন, শূৰ্পনখী যাই,
দেখিলা দিব্য সুন্দৰী।
মোক লাগি তাই, সীতাক আনিতে,
ধাই গৈল শীঘ্ৰ কৰি॥
ৰামৰ কনিষ্ঠে, বহিনীক ধৰি,
কাটিলেক নাক কাণ।
শূৰ্পনখী যাই, খৰ দূষণত,
কহিলেক অপমান॥

চৈধ্যৰ সহস্ৰ, ৰাক্ষস সহিতে,
খৰে কৰিলেক ৰণ ।
মানুষ শ্ৰীৰামে, সবাকে মাৰিয়া,
পঠাইলা যম কাৰণ ॥
ইহাক স্মৰি, ফুটে মোৰ প্ৰাণ,
কৰো যাই প্ৰতিকাৰ ।
দুইভাইক মাৰি, সীতাক হৰোহোঁ
কৰি আছোঁ এহিসাৰ ॥

——॰——

## ছবি ।

শুনিয়ো মাৰিচ সাচ, এৰা নলাগাওঁ ঘাঞ্চ,
আসা দুয়ো যাওঁ মায়া কৰি ।
প্ৰথমে সীতাক হৰি, আনি পাছে যুদ্ধ কৰি,
ৰামক মাৰিবো মান সাৰি ॥
শূৰ্পনখী বহিনীয়ে, সীতাৰ কহিলা কথা,
শুনি চিত্ত ধৰিতে নপাৰোঁ ।
সীতা সম সুবদনী, তিনিয়ো লোকত নাহি,
ঝাণ্টে চলা কামে হেৰা মৰোঁ ॥



সীতাক হৰিবো যেবে, ৰামে শোকে মৰিবেক,
তেজবল নিতে হৈবে হীন ।
ধৰিধনু শৰপাছে, ৰাম লক্ষ্মণক মাৰি,
সুজু খৰ দূষণৰ ঋণ ॥
মোহোৰ হৰিষ ভঙ্গ, নকৰা মাৰিচ মামা,
হৰিবাক কৰহ উপাই ।
সুবৰ্ণৰ মৃগহুয়া, সীতাৰ আগত গৈয়া
কোমল বনত চৰ গৈই ॥
স্বভাবে চঞ্চল সীতা, সুবৰ্ণৰ মৃগদেখি,
স্বামীত খুজিবা যত্ন কৰি ।
সীতাৰ কাতৰ শুনি, দুয়োভাই চলিবেক,
মৃগ বধিবাক ধনু ধৰি ॥
গাণ্ডিগোট দেখা দিয়া, একে ডেৰে অন্তৰিবা,
গহন বনত লুকাই থাক ।
শূণ্য আশ্ৰেমক যাই, সীতাক ধৰিয়া মই,
ৰথে তুলি চলিবোঁ লঙ্কাক ॥
মোক দয়া আছে যেবে, এহি কথা কৰাতেবে,
তোমাক কৰিবোঁ বহুমান ।
মহামুখ্য পটেশ্বৰী, সীতাক পাতিলোঁ যেৱে,
তেবেসে ৰহয় মোৰ প্ৰাণ ॥

মন্দোদৰী আদি কৰি, যত আছে পটেশ্বৰী,
সীতাৰ সদৃশ কেহোনুই।
প্ৰাণ মমা চলা যাওঁ, যেন সীতা সঙ্গপাওঁ,
তেবেসে নিমাই কাম জুই ॥
ৰাৱণৰ হেন বাণি, ডৰিলা মাৰিচে শুনি,
কৰযোড়ে বলে ধীৰে ধীৰে।
ৰাম নাম সুমৰিয়া. আকুল কৰয় হিয়া,
কাম্পে মোৰ সকল শৰীৰে ॥
শুনা ৰাজা লঙ্কেশ্বৰ, ৰাম মহা ধনুৰ্ধৰ,
তানভাৰ্য্যা হৰিবাক চাস।
ছলে তোক কোন বিধি, কোনে দিে। হেন বুদ্ধি,
কৰিবাক চাহ কুল নাশ ॥
নৃপতিত চাটু প্ৰিয়, বচন বোলয় যত,
পাৱে তাৰ সীমা সংখ্যা নাই।
অপ্ৰিয় মোহিত পথ, বলিবেক যিটোজনে,
কৌটী এক গুটি মাজে পাই ॥
ৰামৰ বিক্ৰম যত, জানো মই ভাল মত,
তাহান ভাৰ্য্যাৰ আসাতেজা।
হেন কাৰ্য্যা কৰিবাক, নোবোলা ভাগিণ মোক,
লঙ্কাত কৰিয়ো সুখে ৰাজ ॥



হৰি হৰি লঙ্কানাথ, হেন বুদ্ধি ভৈলা তোত,
এবেসে মিলিল মহা শঙ্কা।
ৰাক্ষস কুলক প্ৰভু, থাকিতে নেদিবি জানো,
হৰাইবি সুবৰ্ণ পুৰি লঙ্কা ॥
শেষ কালত আসি, বিনাশন বুদ্ধি ভৈলা,
শিৰে তোৰ যম কাল নাচে।
ৰাম অগনিৰ শিক্ষা, সীতাক হৰিবে চাস,
মৰিবাক কতদিন আছে ॥
ৰামযেন মহাবীৰ, নৌ শুনাহা দশশিৰ,
তেহে হস্তী তই যেন মাখি।
মোৰ বাক্য শিৰে ধৰি, সীতাৰ মোহক ছাড়ি,
লঙ্কাক চলিও প্ৰাণ ৰাখি ॥
বোলোঁ শুন হিত বোল, নুশুন ভাগিন যেবে,
দেব ধৰ্ম্ম সবে হৈবা সাক্ষী।
যিটো পাত্ৰ গণে তোক, হেনয় কুবুদ্ধি দিল,
তেসম্বো খাইল দুই আঁখি ॥
ৰাম ধৰ্ম্ম মনোনিত, সমস্ত লোকৰ হিত,
ভৈলা হৰি নৰ অবতাৰ।
পিতৃৰ বচন পালি, বনক পবিত্ৰ কৰি,
ফুৰে শিৰে ধৰি জটা ভাৰ ॥

নাম মাত্র স্মৰি যাৰ, সংসাৰৰ পাইপাৰ,
যিটো সৰ্ব্ব দোষে বিবৰ্জ্জিত।
ৰামেসে পৰম শান্ত, পুৰুষ মহন্ত কান্ত,
ত্রৈলোক্যৰ ৰাজাক উচিত।
তাহানেসে বিবাহিতা, জনক নন্দিনী সীতা,
পতিব্রতা নাহি যাত পৰে।
মৃত্যুৰ চাপিলে পাশ, যাচি মৰিবাক যাস,
শুনি নিন্দিবেক সুৰাসুৰে॥
মাৰিচৰ বচনক, দুৰ্ম্মুখ ৰাৱণে শুনি,
ক্রোধমনে বোলে মমা শুন।
হুয়া মোৰ মহাপাত্র, বোলস এতেক মাত্র,
মনুষ্যৰ বখানস গুণ॥
স্ত্রীজিৎ দশৰথ, তাহনে তনয় ৰাম,
নজানে ধৰ্ম্মৰ কিছু তত্ত্ব।
তিৰীৰ বচন ধৰি, ৰাজ্য ভোগ পৰিহৰি,
ভিক্ষুৰূপে ফুৰন্ত বনত॥
ৰামৰ বিক্রম মমা, কিমতে জানিলি তই,
মোহোৰ বচন নমানস।
তিনিও জগতে জানে, দুৰ্জ্জয় ৰাৱণ মই,
ৰামক মুনিস বখানস॥



বাপেকে বনক লাগি, ভাৰ্য্যাসমে ডাকিলেক,
বোলা তুমি পিতৃত ভকত।
কৌটী এক হেনৰামে, মোক কি কৰিতে পাৰে,
কহ শুনো তাহান মহত্ত্ব॥
নুপুছিলে মন্ত্রীভোৰ, কহিবাক নুহি যোগ,
ইটোকাৰ্য্য দেবে নবাধিব।
আনিবো সীতাক হৰি, কিমতে সাগৰ তৰি,
ৰামে আসি মোহোক মাৰিব॥
কুবেৰৰ জিনিলঙ্কা, কৰি লৈলোঁ কাক শঙ্কা,
ত্রিদশে থাটয় মোত কাপে।
পাতালৰ যত নাগ, পৃথিবীৰ ৰাজা গণে,
কাম্পে মোৰ প্রচণ্ড প্রতাপে॥
হেন মই ৰাৱণক, ৰামে ৰণে মাৰিবেক,
কহ তই মমা অগিয়ান।
ৰাৱণ বীৰৰ বাণি, মাৰিচে মনত গুণি,
কতো বেলি দিলা সমিধানে॥
শুনিয়োক নৰলোক, আন কথা ছাড়িয়োক,
ৰাম কথা পৃথিবীতে সাৰ।
শুনিয়ো দুষ্টৰ কক্ষা, নলয়ে শিষ্টৰ শিক্ষা,
আপুনি অপোনাৰ চিন্তেমান॥

দুৰ্জ্জনক বুজাইবাক, ব্ৰহ্মায়ো নপাৰে জানা,
যাৰে দণ্ড নকৰন্ত হৰি।
হেনজানি দুৰ্জ্জনক, কিছু মন্দ নুবুলিবা,
ভজিয়ো কৃষ্ণক যত্ন কৰি ॥
ধনজন গৃহবাস, আত কিছু নাহি আশ,
একেতিলে হৰে দেখা কালে।
মহাযত্ন কৰিসদা, শুনিয়ো কৃষ্ণৰ কথা,
যাৱত অৰোগে আছা ভালে ॥
ঈশ্বৰ সেবাৰ অৰ্থে, যি কিছু লাগয় ধন,
সেহিধন জানিবা অব্যয়।
দণ্ডেক মুহূৰ্ত্ত বেলা, হৰিৰ সেবাক যাই,
সেহি আয়ু জানিবা অক্ষয় ॥
ভাৰ্য্যা পুত্ৰ মিত্ৰ সেহি, হৰি সেৱাকৰে যেই,
আনযত বৃথা আন কাম।
শুনা সবে নৰনাৰী, চলিবা বিষ্ণুৰ পুৰি,
নিৰন্তৰে বোলা ৰাম ৰাম ॥

—o—



## পদ।

মাৰিচে বোলয় ৰাৱণৰ মন জানি।
কোন বিধি তথা সীতা মিলাইলেক আনি ॥
তোৰ মৃত্যু কৰি বিধি সীতা উপজাইলা।
ৰাক্ষস কুলক জানো কালে আসি পাইলা ॥
কোননো অগ্নিয়ে লঙ্কা পুৰি ছন্ন কৰে।
ৰাৱণৰ মহা শ্ৰীক দেখিতে নপাৰে ॥
কোন দুষ্টে বুদ্ধি দেই সীতা হৰিবাৰে।
ৰাঘবৰ হাতত উপাই কৰি মাৰে ॥
কহোঁ মোৰ কথা শুনা ভাগিন ৰাৱণ।
পূৰ্ব্ব কালে গৈলোঁ মই দণ্ডকাৰ বন ॥
অসংখ্য ৰাক্ষস সেনা ফুৰে মোৰ সঙ্গে।
ঋষিগণ মাৰি খাই ফুৰোঁ মহা ৰঙ্গে ॥
পাছে বিশ্বামিত্ৰৰ আশ্ৰম যাই পাইলোঁ।
যজ্ঞ ছন্ন কৰি ঋষিগণ মাৰি খাইলোঁ ॥
মহা তপসী বিশ্ৰামিত্ৰ আমাক জানিল।
অধৰ্ম্মক ভয়ে তোহাঁ শাপি নমাৰিল ॥
দাৰুণ ৰাক্ষস জাতি আতি পাইলো লাই।
নাহিভয় নিতে ঋষি মাৰি ফুৰোঁ খাই ॥

দশৰথ ঘৰে যেবে উপজিল ৰাম ।
সাক্ষাত ঈশ্বৰ সৰ্ব্ব গুণে অনুপাম ॥
শুনি বিশ্বামিত্রে পাছে অযোধ্যাক গৈলা ।
নৃপতিত মাগি ৰাম লক্ষ্মণক নিলা ॥
আপুনি ঋষিয়ে দুইক মন্ত্র দিলা ।
যত ধনুৰ্ব্বেদ ৰাম লক্ষ্মণে শিখিলা ॥
পাছে যজ্ঞ আৰম্ভিলা মহাযত্ন কৰি ।
শ্রীৰাম লক্ষ্মণে ৰাখি আছা ধনুধৰি ॥
দিলন্ত আহুতি মহাবেদ পঢ়ি মুনি ।
গন্ধ পাই আমাৰ জিহ্বাৰ পৰে পানী ॥
আথে বেথে যাই আমি চাপিলোহোঁ কোল ।
ৰাখা ৰাখা ৰাম বুলি সবে কৰে ৰোল ॥
নাহিভয় বুলি হাস্ফলিলা দুই ভাই ।
চৈধ্য কোটী ৰাক্ষস মাৰিলা সেই ঠাই ॥
মোক লাগি ৰামে হানিলন্ত এক শৰ ।
হৃদয়ত পৰিয়া লড়িল কলেবৰ ॥
ৰাঘবৰ শৰ যেন হৰৰ ত্রিশূল ।
উকুৱাইলা যেন মোক কি মনিৰ তুল ॥
যত অস্ত্র মাৰি মোক আছে দেবাসুৰ ।
মোহোৰ গাৱত পৰি সবে ভৈলা চূৰ ॥



বাৰে বাৰে ইন্দ্রে মোক বজ্র প্রহাৰিলা ।
মোহোৰ গাৱৰ লোম গছো নলড়িলা ॥
আপুনি জানাহা তুমি মই যেন বীৰ ।
ৰামৰ শৰত মোৰ লড়িল শৰীৰ ॥
তুলা যেন মোক ৰামে শৰে উৰাইলেক ।
সমুদ্রৰ সিপাৰত নিয়া পেলাইলেক ॥
কত কাল মৰি পাছে চেতনক পাইলোঁ ।
বন্ধুগণ দেখিবাক পাছে লঙ্কা আইলো ॥
প্রহাৰ সুমৰি এভু দুখ কৰে মন ।
সি কাৰণে তপ কৰোঁ পশি তপোবন ॥
সুখে ভোগ কৰিতে নপাৰোঁ কিছু কাম ।
সুমৰন্তে দেখো যেন আসি পাৱে ৰাম ॥
এৰিলোহো চাৰ পুত্র দাৰা গৃহবাস ।
মহাতপ আচৰোঁ স্বৰ্গক অভিলাষ ॥
স্বৰ্গৰ দেবতা পাতালৰ নাগ যত ।
পৃথিবীৰ মহা ৰাজা বীৰ সমস্তত ॥
সমস্তৰ বল আছে একৈক ৰামত ।
নাশিব ৰাক্ষস কুল ৰামৰ হাতত ॥
মোৰ বাক্য শুনা যেবে লঙ্কাক চলিও ।
ইটো সব কথা বিভীষণত পুছিও ॥

ত্ৰিজটা ভগিনী আছে তাহাতো পুছিবা।
তিনিৰ সম্মতে পাছে সীতাক হৰিবা॥
ত্ৰিজটা ভগিনী আৰো বিভীষণ ভাই।
এহি দুইত পৰে তোৰ হিত কোন নাই॥
এহি দুই যি বোলে তাহাকে তই কৰ।
চটুৰা মন্ত্ৰীৰ বচনক পৰিহৰ॥
হেন হিত নিচিন্তি চিন্তস মন্দ কাৰ্য্য।
বন্ধু গণ মৰাই হৰাইবি লঙ্কা ৰাজ্য॥
ৰামৰ শৰত তোৰ দৰ্প হৈব চুৰ।
অবিলম্বে সবান্ধবে যাইবি যম পুৰ॥
মাৰিচৰ মন্দ বাণি শুনি দশানন।
আতি মহা তঙ্কে তাক বুলিলা বচন॥
হাউৰে পাপিষ্ঠ দুষ্ট এতেক লপস।
কি কৰিলো তোক বাক্য বিষ সঞ্চাৰস॥
মোৰ তই নিষ্টুৰ ৰটস এত মান।
ভূমিত ৰুইলে যেন বিচিহীন ধান॥
লক্ষিলোঁহু পাপিষ্ঠ ৰামৰ ভাৰি খাইঁলি।
সি কাৰণে মোক নিন্দি ৰামক বঢ়ালি॥
উলটি পালটি মোক বিস্তৰ ৰটস।
দুৰ্ব্বাৰ ৰাৱণ মোৰ কথা নজানস॥



খাণ্ডা হানি খণ্ড খণ্ড কৰোঁ আজিতোক।
বাপেৰে ৰাঘৱে আসি তোহোক ৰাখোক॥
সহায় কৰিতে ভাল আসিলও তোক।
ৰাঘৱৰ পক্ষহুয়া ভগৱাস মোক॥
প্ৰাণে যেবে জীবি তই মোৰ বোল কৰ।
নুহি এতিক্ষণে তোক নিবো যম ঘৰ॥
ৰামৰ শৰত তই মৰিতে ডৰাস।
মোহোৰ হাতত এতিক্ষণে হুইবি নাশ॥
যাইবি কি নযাইবি মোত কহ ঝাণ্ট কৰি।
নুহি হেৰা মাৰিপেশোঁ যমেৰ নগৰি॥
হেন শুনি মাৰিচৰ হিয়া গৈলা কম্পি।
কোপমনে ৰাবণক বোলে পুনৰ্ব্বাপ॥
মৰিবাক লাগি কৰা অনেক আচণ্ডি।
সুহৃদৰ বাক্য মোৰ বিষ হেন খণ্ডি॥
ৰামৰ হাতত পৰি সপ্ত স্বৰ্গ পাইবো।
ভাল ভৈল তোৰ শোক দুখ নেদেখিবো॥
সীতাক হৰিলে তোক পাইবে যম পাশ।
ৰাম যমে আ.স কৰিবেক সৰ্ব্বনাশ॥
যতেক কৰিলি দেব দ্বিজক দুন্দুৰ।
ৰামৰ হাতত আটি মুটি হৌক চুৰ॥

বৈষ্ণৱৰ দোষে তোৰ আয়ু ভৈলা ক্ষীণ।
মহন্তক দুখ দিয়া জীবি কত দিন ॥
তোৰ হাতে নমৰিয়া মৰিবো ৰামত।
মোহোৰ জীৱন আশা নেদেখো মনত ॥
তোহোৰ হাতত মই প্ৰাণ নুসুজাওঁ।
ৰামৰ হাতত পৰি সপ্ত স্বৰ্গ যাওঁ ॥
হেন শুনি ৰাৱণ মনত ৰঙ্গ ভৈলা।
আশ্বাসিয়া মাৰিচক ৰথে তুলি লৈলা ॥
ৰামক স্মৰি মাৰিচৰ কাম্পে কাই।
যেন চোৰ ধৰি কাটিবাক লৈয়া যাই ॥
শীঘ্ৰে ৰথ বাহিয়া ৰামৰ পাইলা থান।
ৰাৱণে বোলয় মমা হুয়ো সাবধান ॥
দেখহ কদলি বন ৰামৰ আশ্ৰম।
ফলে ফুলে ঝক মক দেখি মনোৰম ॥
চৰণত ধৰো মমা মোৰ বোল ধৰ।
মৃগৰূপ ধৰিয়া সীতা মোহ কৰ ॥
শুনিয়া মাৰিচে পাছে ৰথৰ নামিলা।
ৰথে ছড়ি দশগ্ৰীৱ লুকাই ৰহিলা ॥
মাৰিচে গুণয় ভয়ে ভৰি নযাই আগ।
কাটিবাক নেই যেন আষ্টমীৰ ছাগ ॥



মনে মনে গুণয় মাৰিচ মহাবীৰ।
হৰি হৰি আজি মোৰ নাশিব শৰীৰ ॥
ৰাবণ ৰাজাৰ আজি সুজু সবে ধাৰ।
ৰামৰ হাতত পৰি চলোঁ স্বৰ্গ দ্বাৰ ॥
এহি বুলি মাৰিচে ধৰিলা মৃগমায়া।
মহা মনোহৰ শুদ্ধ সুবৰ্ণৰ কায়া ॥
ৰজতৰ অৰ্দ্ধচন্দ্ৰ কপালে শোভয়।
দুই গুটি চক্ষু শুদ্ধ মাণিকৰ নয় ॥
জ্বলে ৰত্নময় মহা মানিকৰ বুক।
ফুটুকা ফটুকি গাৱে সোনাৰ ভুমুক ॥
তৰঙ্গ বৰঙ্গ আঁখি চতুৰ্দ্দিশে চাই।
চায়া চায়া সীতাক কোমল ঘাস খাই ॥
অদভুত মৃগ গুটি দেখি সীতাসতী।
স্বভাবে চঞ্চল বালা মোহ ভৈলা আতি ॥
আনন্দে আকুল ভৈলা থিৰ নোহে মন।
ৰামক আলঙ্গি ধৰি বুলিলা বচন ॥
অদ্ভুত মৃগগুটি দেখা প্ৰভুৰাম।
মাণিক ৰতন শুদ্ধ সুবৰ্ণৰ কাম ॥
তিনিও ভুবনে সাৰ দণ্ডকাৰ বন।
ইহাতেসে হেন মৃগ হৱে উতপন

প্ৰভু মই তোমাত এতেক বৰ চাওঁ।
ইহাৰ ছালত যেন বসিবাক পাওঁ ॥
এহি মৃগগুটি যেবে ধৰি দিয়া স্বামী।
হওঁ তেবে তোমাৰ পৰম প্ৰিয়া আমি ॥
ইহাৰ সদৃশ মৃগ নেদেখো বিশেষ।
অযোধ্যাক নিবো এই বনৰ সন্দেস ॥
জীৱন্ততে ধৰা যেবে তেবে মোৰ ভাল।
নুহি আক মাৰি মোক আনি দিয়া ছাল ॥
তুমি আমি দুইহান্তে থাকিবো আতে বসি।
ৰোহিণী সহিতে যেন আকাশত শশী ॥
ইটো মৃগচৰ্ম্ম অযোধ্যাক লাগি নিবো।
শাশু সকলত মই হৰিষে কহিবো ॥
হেন ঠান হৰিণ নাহিকে একো বনে।
বেঢ়ি বেঢ়ি চাইব আক অযোধ্যাৰ জনে ॥
মোহোৰ টিকৰ স্বামী তুমি ৰঘু নাথ।
চৰণত ধৰি মই মাগোহোঁ তোমাত ॥
তোমাৰেসে পূণ্য যশ প্ৰকাশে জগত।
মৃগ গুটি দান মাগোঁ দিয়োক সম্প্ৰতি ॥
পৰম ভকত ৰামে কৰন্ত কাকুতি।
ভকত বৎসল তুষ্ট ভৈলা ৰঘুপতি ॥



হাসিয়া বোলন্ত লখাই শুনিলি বচন।
মৃগ ছালে বসিতে সীতাৰ ভৈলা মন ॥
সাক্ষাতে সীতাৰ দেখা পূৰোঁ মনোৰথ।
সীতাসতী ভাৰ্য্যা মোৰ পৰম ভকত ॥
সুবৰ্ণৰ মৃগছালে বসিয়া থাকিব।
লেট কমলিৰ সুখ ইহাতে লভিব ॥
মইচলি যাওঁ হেৰা মৃগমাৰিবাক।
যাৱে নাহি আসো তাৱে ৰাখিবা সীতাক ॥
লক্ষ্মণে বোলন্ত দদা দেখো বিপৰীত।
হেন ঠান মৃগ নতু দেখো কদাচিত ॥
ঋষি সবে কহিয়া আছন্ত মোতকাজ।
মাৰিচ ৰাক্ষস আছে এই বনমাজ ॥
ৰাজা সব যত মৃগ মাৰিবাক যাই।
সুবৰ্ণৰ মৃগ হুয়া ধৰি ধৰি খাই ॥
কহিত দেখিছা মৃগ সুবৰ্ণৰ কায়।
মাণিক মুকুতা হিৰা জ্বলে ঠাই ঠাই ॥
আপুনিয়ো প্ৰভু চাহিয়োক ভাল কৰি।
মাৰিচে যে ফুৰে মৃগ মায়ারূপ ধৰি ॥
ৰামে বুলিলন্ত যদি মাৰিচ হোৱয়।
শুজুহোঁ ঋষিৰ ধাৰ পোশোঁ যমালয় ॥

দণ্ডকাৰ বনৰ গুচাওঁ আজিশাল ।
সীতাক মাৰিয়া দেওঁ সুবৰ্ণৰ ছাল ॥
সকল গাৱত দেখো ৰাজ যোগ্য ৰত্ন ।
অৱশ্যে মাৰিবো আক কৰি বৰ যত্ন ॥
তাৰা মৃগ গোট দেখো স্বৰ্গত আছয় ।
তাহাৰ সদৃশ ইটো বনত ভ্ৰময় ॥
যত যত মহাৰত্ন আছে মোৰ ঠাৱে ।
তাতোধিক ৰত্ন দেখো হৰিণৰ গাৱে ॥
এহি থানে থাকা তুমি ৰাখিয়া সীতাক ।
মই চলি যাওঁ হেৰা মৃগ মাৰিবাক ॥
আপুনি ঈশ্বৰ ৰাম সমস্ত জানন্ত ।
মনুষ্য স্বৰূপ ধৰি জগত মোহন্ত ॥
ভকত সীতাৰ বাক্য ৰাখিতে যতনে ।
ধনুধৰি মৃগ মাৰিবাক গৈলা বনে ॥
ৰাম আসিবাৰ দেখি মাৰিচ কম্পিল ।
গহন বনক লাগি বেগে চলি গৈল ॥
কতো দেখি নেদেখি চলয় ঝাম্পে ঝাম্পে ।
খেদি যান্ত ৰামে দেখি ভয় হৃদি কম্পে ॥
তেতিক্ষণে দেখা দেই তেতিক্ষণে লুকি ।
জুই আঙ্গনিৰ মত পাৰয় ভুমুকি ॥



আধা মুণ্ডি যেন নিশাচৰে মায়া কৰে ।
দণ্ড দুৰ পন্থে দেখাই গাণ্ডি মুণ্ড ঘুৰে ॥
খণ্ড খণ্ড মেঘে যেন চন্দ্ৰক ঢাকয় ।
খনো দেখা দেই খনো লুকিয়া থাকয় ॥
খেদন্তে খেদন্তে প্ৰভু পায়া বৰ শ্ৰান্ত ।
বৃক্ষৰ আৰত চাপি চুম্পি ৰহিলন্ত ॥
মনুষ্যৰ মতে চুম্পি আছা ধনু ধৰি ।
মৃগগণ মাজে সিটো চৰে মায়া কৰি ॥
দুৰতে মাৰিচ চৰে ৰাঘবে দেখিলা ।
আকৰ্ণ পুৰিয়া ধনু শৰ প্ৰহাৰিলা ॥
হৃদয়ত পৰিল অবধ্য ৰাম শৰ ।
তেতিক্ষণে প্ৰাণ ছাড় গৈলা মাৰিচৰ ॥
মৰণ কালত হিত চিন্তি ৰাৱণক ।
ৰামৰ সদৃশ লক্ষ্মণক দিলা ডাক ॥
ত্ৰাহ ত্ৰাহি লক্ষ্মণ সত্বৰে আসিয়োক ।
একেশ্বৰে বনত ৰাক্ষসে মাৰে মোক ॥
হা ! লখাই তুমি মোৰ সুবলিত ভাই ।
ঝাণ্টে লাগ লোৰাঁ হেৰা মোৰ প্ৰাণ যাই ॥
হেন ৰাৱ ছাড়ি নিজৰূপক ধৰিলা ।
পৰ্ব্বত আকাৰ হুয়া ৰাক্ষস পৰিলা ॥

ঋষি সকলৰ হৃদি কম্প লৰি গৈলা।
কতো বেলি কম্পি ভূমি খণ্ড থিৰ ভৈলা ॥
সীতায়ে শুনিলা হেন ৰামে দিলা ৰাৱ।
স্বামী ৰাম মৰা বুলি কাম্পে সৰ্ব্ব গাৱ ॥
মোৰ প্ৰাণ স্বামীক ৰাক্ষসে বেঢ়ি খাইঁ।
এতেকেসে লক্ষ্মণক ডাকিলা সীতা আই ॥
নসহে শৰীৰে শোক অগনি উধাই।
শ্ৰুতিহত ভৈলা সীতা বাতুল পৰাই ॥
তৰঙ্গ নয়নে দেবী চতুৰ্দ্দিশে চান্ত।
লক্ষ্মণক চাই সীতা পাছে বুলিলন্ত ॥
শুনা সাধুসব পদ ৰামায়ণ কথা।
দুৰ্জ্জনৰ চেষ্টা কেন দেখিয়ো সৰ্ব্বথা ॥
কপটে মাৰিচে কাঢ়িলেক ৰাম ৰাৱ।
নজানিয়া দেবী ভৈলা আকুল স্বভাৱ ॥
দুষ্টৰ কপটে মোহ ভৈলা সীতা সতী।
আন সামান্যৰ কিবা কহিবো সঙ্গতি ॥
জানি মোহ নুহিবাহা দুষ্টৰ বচনে।
সন্তক সদায় মন্দ বোলে দুষ্ট জনে ॥
দুষ্টৰ এহিসে ধৰ্ম্ম অধৰ্ম্ম সুচাৰে।
স্বধৰ্ম্মৰ কথা যত তিলেকো নৰৱে ॥



বিষয়ত বৈষ্ণবক দেখি নানা চন্দ।
কলঙ্কে লক্ষিত যেন পূৰ্ণিমাৰ চান্দ ॥
বিষয়ত বহু গুণ আছে থাকে এক দোষ।
তাত কি মহন্ত জনে কৰে অসন্তোষ ॥
এহি জানি দুষ্টৰ সঙ্গক তাৰে ছাড়ি।
ভজিয়ো কৃষ্ণৰ দুই চৰণত ধৰি ॥
ধন জন বন্ধু যত কিছু নহে সাৰ।
একেতিলে নিকালিবে কালে গৰ্ব্ব তাৰ ॥
মহাযত্নে শুনিয়োক কৃষ্ণৰ গুণ নাম।
এহিসে নিস্তাৰে ডাকি বোলা ৰাম ৰাম ॥

—০—

## ছবি।

সীতায়ে বোলন্ত লখাই, এভু আছা বাট চাই,
নুশুনা কি ডাকন্ত ৰাঘৱে।
ত্ৰাহি ত্ৰাহি লক্ষ্মণ, ঝাণ্টে আসি ৰাখা প্ৰাণ,
দুইবাৰ শুনু আৰ্ত্ত ৰাৱে ॥
মই অভাগিনী প্ৰভু, মোন কাৰ্য্য কৰিহোলো,
কেনে মৃগ মাৰিতে পঠাইলোঁ।
সুবৰ্ণৰ মৃগ আনি, কোন বিধি দেখাইলেক,
হৰি হৰি প্ৰভুক দেখাইলোঁ ॥

প্ৰাণৰ দেৱৰ মোৰ, সত্বৰে চলিয়া যায়ো,
ৰাখামোৰ শিখৰ সিন্দুৰ।
তুমিও তাহন ভাই, ৰামক ৰাখিও যাই,
শোকে মোৰ হিয়াহোৱে চূৰ॥
আপদ কালত বাপ, শত্ৰু মিত্ৰ চিন্ন পাই,
সঙ্গে মোৰ বন্ধু নাহি আন।
সত্বৰে চলিও আৰে, প্ৰভুক ৰাক্ষসে খাই,
ৰাখা প্ৰাণ স্বামী দিয়া দান॥
সীতাৰ বিলাপ দেখি, লক্ষ্মণে অঞ্জলী জুড়ি,
বুলিলন্ত বচন কোমল।
তেজা শোক কৰা ৰঙ্গ, ৰামৰ নাহিক ভঙ্গ,
জানিবাহা ইটো ৰবিতল॥
যেবে সবে দেবাসুৰে, ৰামক সমৰ কৰে,
তাহাকো জিনিব একেশ্বৰে।
ভূবন বিজয় ৰাম, জানা দদা মহাবীৰ,
জানি ভয় তেজা নিৰন্তৰে॥
এহি ত্ৰাহি লক্ষ্মণ, ৰামে ডাক ছাড়িলন্ত,
শুনিলা নঘটে ইটো কথা।
যাতো তুমি স্ত্ৰীজাতি, তাতে ভয় ভৈলা আতি,
সদায় স্বামীত বৰ বেথা॥



তেজা বিলঙ্গল কাম, এখনে আসিব ৰাম,
অব্যাহতে মৃগক সংহৰি।
তেজিয়ো শোকৰ জ্বাল, আনিবন্ত মৃগ ছাল,
বসিয়া থাকিবা ৰঙ্গ কৰি॥

—০—

## ছুলড়ি।

লক্ষ্মণৰ হেন, বচন শুনিয়া,
জ্বলিল কোপ সীতাৰ।
স্বামীৰ সন্তাপে, নিষ্ঠুৰ বচনে,
বুলিলা কৰি ধিকাৰ॥
শুনৰে পাপিষ্ঠ, লক্ষ্মণ দুৰ্ঘট,
বুজিলোঁ তোহাৰ চিত।
তইযেন হিত, স্বামি যে ৰামত,
আজিসে ভৈলা বিদিত॥
মৰো বুলি প্ৰভু, ডাকিলন্ত শুনি,
হৰিষ পাইলি বিস্তৰ।
বাঘৰ সদৃশ, শৰীৰ তোহোৰ,
মুখ গোট হৰিণৰ॥

মুখত অমৃত, আছে তোৰ পাপী,
হৃদয়ত বিষ ঘট।
ছল পায়া তই, ৰামক বাঞ্চিবে,
পাতিলি জানো কপট ॥
মোহোক ভাণ্ডস, নুহকে বোলস,
ৰাঘবৰ ইটো ৰাৱ।
শুনিও নুবুজ, টেটোন পৰাই,
যেহেন ৰামৰ ঠাৱ ॥
জানিলো পপিষ্ঠ, ভৰত ভ্ৰাতৃৰ,
তই আবে ভাগি পাইলি।
এতেকে ৰামক, চাটু পুটু কৰি,
ৰামৰ লগত আইলি ॥
জানে সৰ্ব্বজনে, সাতনীৰ পুত্ৰ,
কদাচিতো নুহি হিত।
তোৰ ক্ৰুৰ ভাৱ, নজানিয়া ৰামে,
চপাইলেক সন্নিহিত ॥
লক্ষিলোঁ লক্ষণ, দেখি কুলক্ষণ,
এবেতই যেন চাস ॥
ৰামৰ ৰমণী, সাগৰে সহিতে,
কৰিবৰ ঘৰ বাস ॥



নপাইবি তাহাক, বোলো সত্যবাক,
কেনে কৰা ৰঙ্গমন।
চৰণ নুচুইবো, পৰ পুৰুষক,
ৰামেসে মোৰ জীৱন ॥
ৰামৰ মৰণে, নিশ্চয় জানিবা,
অগণিত ঝাম্প দিবো।
নুহিবা গলত, কটাৰিক দিয়া,
ৰামক চিন্তি মৰিবো ॥
নীচজন হুয়া, মোহোক বাঞ্চস,
বোলস নকৰা শোক।
ৰাম মহমত্ত, হস্তীৰ সমান,
মৃগহেন দেখো তোক ॥
আনো মন্দ বাণি, বুলিয়া গোসানী,
হৃদয়ত মুষ্ঠি হানি।
কেশ আজোৰন্ত, আকুলে কান্দন্ত,
ফাটে যেন প্ৰাণ খানি ॥
কালে আসি পাইল, কুবুদ্ধি ঘটিল,
লক্ষ্মণক দিলা পিঠি।
হা ৰাম বুলি, ৰামৰ ভিতিক,
চাহি ৰৈলা এক দৃষ্টি ॥

সীতাৰ দাৰুণ, বচন শুনিয়',
আকুল ভৈল লক্ষ্মণ।
ভূমি কৰ্ণে চুই, বিষ্ণুক সমুৰি,
বুলিলন্ত তেতিক্ষণ ॥
মোৰ মনে জানো, পিতৃত অধিক,
ৰামেসে পৰম দেৱ।
মাতৃত অধিক, তোমাৰ চৰণে,
সৰ্ব্বদায়ে কৰোঁ সেৱ ॥
হেনয় বিগুটি, বচন দাৰুণ,
হানিলা মোহোক কিক ॥
হেন কটু বাণি, ভৈলাহা দাৰুণী,
তোমাৰ আচোক ধিক ॥
বুজিলোঁ সম্প্ৰতি, হেনয় প্ৰকৃতি,
নিদাৰুণ তিৰীজাতি।
ভাই ভাই মহা, কন্দল কৰয়,
বান্ধিয়া বচন কাটি ॥
তুমি হেন শান্ত, সীতা দেবী হুয়া,
এহেন বুলিলা মোক।
হৰি হৰি বিধি; কুবুদ্ধি পাইলেক,
মোক কিনো দিলাশোক ॥



ইন্দ্ৰ চন্দ্ৰ বায়ু, কুবেৰ ভাস্কৰ,
দেব মুনি হৈবা সাক্ষী।
দুৰ্ব্বাৰ বচনে, সীতাক ভেজিয়া,
যাওঁ আপোনাক ৰাখি ॥
ৰামে বুলি গৈলা, সীতাক ৰাখিয়া,
থাকা তুমি একমনে।
কেনে একেশ্বৰো, কৰিয়া সীতাক,
চলিবো দুৰ্ঘোৰ বনে ॥
নানা বিমঙ্গল, মিলয় দেখোহো,
ভয়ঙ্কৰ বিপৰীত।
বৰপুণ্য ভাগ্যে, লভিবা জানকী
ৰাঘবৰ সন্নিহিত ॥
আপুনি জানাহা, ঘোৰ বনমাজ,
ৰাক্ষস আছে অশেষ ॥
পুনু পুছু মাৰ, যাইবো কি নযাবো,
কৰিয়ো নিষ্ট আদেশ ॥

———.———

## ছবি।

লক্ষ্মণৰ হেণ বাণী, শুনি দেবী বুলিলন্ত,
সত্বৰে চলিয়ো মহাবীৰ।
ৰাঘবৰ আৰ্ত্তৰাৱ, শুনি শোকে দহে গাৱ,
দেখা চক্ষুভৰি বহে নীৰ॥
স্বামী ৰামে নেদেখিয়া, মৰিবো গৰল খাইয়া,
নুহি অগনিত দিবো ঝাম্প।
লক্ষ্মণে এতেক শুনি, সীতাক প্ৰণাম কৰি,
চলিলা হৃদয়ে ভৈলা কাম্প॥
হাতে শৰধনু ধৰি, ৰামৰ পাশক লাগি,
চলিলা লক্ষ্মণ দুখ মনে।
ঈশ্বৰৰ ইচ্ছা কালে, সীতাক আসিয়া পাইলে,
তাক বাধিবাক পাৰে কোনে॥
সীতাক পৰম প্ৰেমে, উলটি উলটি চাৱে,
সীতায়ে বোলন্ত শীঘ্ৰেচলা।
ৰামৰ পাশক যদি, লক্ষ্মণ গৈলন্ত চলি,
সীতা দেবী একেশ্বৰ ভৈলা॥



ধুলায় ধুসৰ কায়, সঘনে চৌদিশে চান্ত,
কান্দন্ত আশ্ৰম মাজে বসি।
ৰাম অবিহনে শান্তি, নকৰন্ত অতিক্ৰান্তি,
চন্দ্ৰ অবিহনে যেন নিশি॥
শুনিয়োক সভাসদ, কথা ৰামায়ণ পদ,
পাপ অৰণ্যৰ হুতাশন।
যেন মহা কালে ধৰে, মহন্তৰো মতিলড়ে,
বুজিবাহা শাস্ত্ৰৰ লক্ষণ॥
সীতা হেন মহাসতী, তান ভৈলা হেন মতি,
লক্ষ্মণক বুলিলা দাৰুণ।
ঈশ্বৰৰ যেন ইচ্ছা, তাক কোনে কৰে মিছা,
মহাজন আছে আৰ কোন॥
এহি জানি নৰনাৰী, মনত নিশ্চয় কৰি,
ঈশ্বৰত পশিয়ো শৰণ।
তেহে যেন দেন্ত মতি, হৈবেক সেহিসে গতি,
কৰ্ত্তাহৰ্ত্তা নাহি আনজন॥
ধন জন ৰত্ন যত, আছে কোটী অসংখ্যাত,
সিয়ো ভব নপাৰি তৰিত।
কৃষ্ণৰ ভকতি পথ, এহিসে পৰম ৰত্ন,
বৈকুণ্ঠ লোকৰ মহা বিত॥

কৰা এহিমূল কাম, ধৰাতান গুণ নাম,
কৃষ্ণ কথা থিৰকৰি মতি।
অনন্ত কন্দলীভণে, হৰি হৰি বোলা ঘনে,
কলিযুগে নাহি আন গতি ॥

—•—

## পদ।

গৈলন্ত লক্ষ্মণ যেবে সীতাক উপেক্ষি।
ৰাবণে ৰথৰ নামিলন্ত হেন দেখি ॥
নির্জ্জন থানত সীতা আছন্ত যহিত।
সন্ন্যাসীৰ বেশে যাই পাইলেক সন্নিত ॥
মাটিৰঙ্গা বস্ত্ৰৰ কৌপিন কাসি শিৰে।
খৰমত ছড়ি কুমণ্ডলু লৈলা কৰে ॥
কান্ধে ছাতি চোবৰি বোকণ্ডি দণ্ড ধৰি।
সাক্ষাতে তপসী গুটি ভৈলা মায়া কৰি ॥
শ্ৰীৰাম লক্ষ্মণ দুই ব্ৰহ্মচৰ্য্য ভৈলা।
সন্ধ্যা ৰূপে সীতা তাঙ্ক ছাড়ি দূৰে গৈলা ॥
ৰাৱণে আন্ধাৰ পাই যেন ব্যাপি ৰৈলা।
সীতাৰ ৰূপক দেখি মহা মোহ ভৈলা ॥
মদনে দগধ কৰে শৰীৰে নসহে।
চিন্তাক পাইলেক যেন শনৈশ্বৰ গ্ৰহে ॥



সীতাক দেখিয়া আন নচাহে ৰাৱণে।
জগততে সাৰ কন্যা গুণে মনে মনে ॥
ভালেতো কহিলে শূৰ্পনখী বহিণীয়ে।
ইহাক নপাইলে মোৰ ধিক ধিক জীৱে ॥
এহি বুলি লঙ্কাপতি কৰিলন্ত ভাৱ।
বোলন্ত সবাক কেহু নছাড়িবা ৰাৱ ॥
তাক ভয়ে পশুপক্ষী নকাৰিলা ৰাৱ।
বধিবাক ডৰে ধিৰে ধিৰে কাঢ়ে পাৱ ॥
ডৰে সূৰ্য্যে তেজিলেক প্ৰচণ্ড প্ৰভাৱ।
তাৰ অনুকুলে বহে মলৱাৰ বাৱ ॥
দুৰ্ব্বাৰ ৰাৱণে ভিক্ষু বেশে প্ৰবেশিলা।
কটো দূৰেৰহি বেদপঢ়ি আসংশিলা ॥
বিনয় মধুৰ বাণি পুচয় সীতাত।
কাহাৰ ৰমনী তুমি কহিয়ো সাক্ষাত ॥
কেনে ইটোবনে আসি ভৈলি চন্দ্ৰ মুখী।
বৃদ্ধ সবো যুবাহোৱে তোৰ ৰূপ দেখি ॥
ত্ৰিভুবনে নাৰী নাহি তোমাৰ উপাম।
কৈৰহন্তে আসিলা তোমাৰ কিবা নাম ॥
মুখে চন্দ্ৰ নিন্দে তযু কেশে চামৰক।
ভ্ৰুযুগ কটাক্ষ চাপ কটাক্ষ সায়ক ॥

কুণ্ডলে আলোক মুখ দেখি ভৈলোঁ ত্ৰাস।
তোমাক উপেক্ষি ৰাহু গৈলা চন্দ্ৰপাশ॥
সপক্ক দাড়িম্ব বীজ ভৈলা দান্ত পাঁন্তি।
যুবতৰ মন হৰে অধৰৰ কান্তি॥
বদন কমল জ্বলে নয়ন দুতয়।
অঞ্জন যুগল জ্বলে দেখি মনোময়॥
বলিত বৰ্ত্তুল চাৰু উচ্চ কুচ ভাৰ।
উপৰত জ্বলে শুদ্ধ মুকুতাৰ হাৰ॥
ৰকত কমল সম তোৰ কৰতল।
ভ্ৰুব যুগ মৃনাল বলিত সুকোমল॥
ডম্বৰুক নিন্দে তোৰ ক্ষীণ কটি ভাগ।
তাক দেখি লাজে মৃগৰাজে নেদে লাগ॥
তোৰ কাঞ্চি কিঙ্কিণীৰ মধুৰ শবদে।
জলে পৰি ৰাজ হংসে আছয় তবধে॥
তোৰ উৰু যুগ জ্বলে যেন মনোহৰ।
ৰাম কল কৰীসম জ্বলয় সুন্দৰ॥
ৰাজহংস গমনে জিনিল কিশলয়।
ধৰণী মণ্ডলে জ্বলে নখ চন্দ্ৰ চয়॥
ৰত্নৰ নুপুৰ বাজে ঝণি ঝিনি।
প্ৰকাশন্তে আছে দেখো কটিত কিঙ্কিণী॥



শৰীৰৰ জ্যোতি জ্বলে অলঙ্কাৰ চয়।
সূৰ্য্যকান্তি লাগি যেন কমল শোভয়॥
ভূষণৰো ভূষণ তোমাৰ অঙ্গ গণ।
কোন বিধি তোমাক কৰিলে নিৰূপণ।
জগতৰে গুণ ৰূপ আনি সবে সাৰ।
মোহন প্ৰতিমা ব্ৰহ্মা সৃজিলা তোমাৰ॥
ত্ৰিভুবন মোহে যিটো কাম পঞ্চবাণ।
তোমাক দেখিলে তাৰো হৰিবেক জ্ঞান॥
শিবৰ সুন্দৰী কিবা তুমি মহামায়া।
কেশবৰ লক্ষ্মী কিবা আদিত্যৰ ছায়া॥
ইন্দ্ৰ পত্নী তুমি কিবা ৰম্ভা অপেস্বৰা।
বৃহস্পতি পত্নী কিবা তুমি হোৱা তাৰা॥
নিশ্চয় চিনিতে মই নপাৰোঁ তোমাক।
কৰা কৃপা পৰিচয় দিয়োক আমাক॥
তুমি ৰাম ৰাজ্যেশ্বৰ ভাৰ্য্যাৰ উচিত।
কোন কাৰ্য্যে আছা ইটো বনে বিপৰীত॥
দণ্ডকা বনত আত ৰাক্ষস আশেষ।
কৈয়ো কৈৰহন্তে আসি ভৈলা পৰবেশ॥
হেন শুনি সীতা আতি ভৈলন্ত বিস্ময়।
ঋষি বেশ দেখি তাঙ্ক বুলিলা বিনয়॥

জনক ৰাজাৰ জীয় মোৰ সীতা নাম।
মোৰ প্ৰাণেশ্বৰ দশৰথ সুত ৰাম ॥
পিতৃৰ পালিয়া সত্য আসিলন্ত বন।
সঙ্গে আসি আছে আৰু দেবৰ লক্ষ্মণ ॥
স্বামী মোৰ ভৱজয় পঞ্চিশ বৰিষ।
বন বাস দুখে দুই ভাই ভৈলা কৃশ ॥
ৰূপে গুণে ত্ৰিভুবনে নাহি পটন্তৰ।
মোৰ স্বামী ৰাম মহা বীৰ ধনুধৰ ॥
কোটী কাম দেবে তান নপাৰে ওসৰ।
তান প্ৰিয়া পত্নী মোৰ ষোড়শ বৎসৰ ॥
মোকে ৰূপৱতী বুলি লজ্জিলা বিস্তৰ।
কিঙ্কৰীক যোগ্য নুহু তথাপি ৰামৰ ॥
মহা মহা পুণ্য কিবা আছোহোঁ আচৰি।
তাতেসে শ্ৰীৰামে মোক লৈলা ভাৰ্য্যা কৰি ॥
শুনিয়োক মহা ঋষি কহো ৰঙ্গ মনে।
থানে থানে শুনু কহে মহা মুনিগণে ॥
ৰাম ৰূপে ঈশ্বৰ ভৈলন্ত অৱতাৰ।
সন্তক পালিবা দুষ্ট কৰিবা সংহাৰ ॥
ইসব কথাক আবে দেখিলোঁ সাক্ষাত।
এহি বনে ৰাক্ষস বধিলা অসংখ্যাত ॥



ৰাৱণৰ বহিণী আসিলা শূৰ্পনখী।
ভোল ভৈল দাৰুণি স্বামীৰ ৰূপ দেখি ॥
দিব্য ৰূপ দেখি বোলে ভজা মোক ৰাম।
ৰামে বুলিলন্ত মোৰ তোত নাহি কাম ॥
আছে মোৰ ভাৰ্য্যা সীতা ত্ৰৈলোক্য মোহিণী।
মোক ভুঞ্জিবাক তাই গৈল এহি শুনি ॥
স্ত্ৰীৰি কাজে নবধিলা কাটিলা নাক কাণ।
পাছে তাই যাই ভায়েকত দিলা জান ॥
শুনি খৰ দূষণ ত্ৰিশিৰা আদি কৰি।
চৈধ্যৰ সহস্ৰ ৰাক্ষস আইলা লড়ি ॥
দেখি মোৰ স্বামী ৰাম ক্ৰোধে গৈলা ধাই।
অপ্ৰয়াসে সবাকো বধিলা এহি ঠাই ॥
ৰাক্ষসক মাৰি প্ৰভু ঋষিক তাৰিলা।
প্ৰভুৰ শিৰত দেবে পুষ্প বৰিষিলা ॥
দেব বাদ্য কৰি সিদ্ধ মুনি প্ৰশংসিলা।
জয় জয় ৰাম ধ্বনি ভুবন ভৰিলা ॥
ইসব মহিমা মই দেখিলোঁ সাক্ষাত।
জানিলোঁ পৰমেশ্বৰ মোৰ প্ৰাণ নাথ ॥
তাহান চৰণ দেখি মোৰ কিনো দুখ।
জানিবি বনত ঋষি মোৰ স্বৰ্গ সুখ ॥

স্থবর্ণৰ মৃগ গুটি এথানে দেখিয়া।
প্রভুক বুলিলোঁ মোক ধৰি আনি দিয়া॥
মোক স্নেহে গৈলা প্রভু মৃগ মাৰিবাক।
অনন্তৰে শুনিলোঁ স্বামীৰ আৰ্ত্ত ডাক॥
ত্রাহি ত্রাহি লক্ষ্মণ ৰাক্ষসে খাই মোক।
এহিশুনি মোৰ মহা জ্বলি গৈলা শোক॥
সত্বৰে যাইবাক আদেশিলো লক্ষ্মণক।
তেহোঁ বোলে কোনে পাৰে মাৰিবে ৰামক॥
তাহাঙ্ক পাৰিলোঁ গালি শোকে বিয়াকুলি।
এতেকে একলে আছোঁ তেঁহো গৈলা চলি॥
শূন্য আশ্রমক আসি ভৈলা ঋষি তুমি।
থানিক বিশ্রাম কৰা অসান্তোক স্বামী॥
দুইয়ো ভাই এথানে আসিব কৌতুহলে।
যেন মিলে আপুনি পূজিবেক ফলে মূলে॥
সীতাৰ কথাত ৰাবণৰ ৰস নাই।
বোলে জুনু ৰাম আসি পাৱে ইটো ঠাই॥
সীতাৰ ৰূপ দেখি কামে শৰীৰ দগধ।
ডৰে ডৰে দশস্কন্ধে বোলে গদ গদ॥
শুনিয়ো স্থন্দৰী সীতা পূৰ্ণচন্দ্র মুখী।
বৃদ্ধ সবো যুবা হোৱে তোৰ ৰূপ দেখি॥



তিনিয়ো ভুবনে নাহি আমাৰ সমান।
তুমি সম স্থন্দৰী আছয় কোন থান॥
স্বৰূপত কহো শুনা আমাৰ বচন।
লঙ্কাৰ নৃপতি জানা মইতো ৰাৱণ॥
তেহিতে মোহিত ভৈলোঁ শুনি তযু কথা।
ভৈলোঁ ভোল দেখি আতি শুনি লওঁ যথা॥
মোকে সেৱা কৰয় স্বৰ্গৰ যত দেৱ।
পাতালৰ নাগ গণে মোকে কৰে সেৱ॥
হৰিহৰ ব্রহ্মাকো নকৰোঁ মই শঙ্কা।
সাগৰৰ মাজে ৰাজ্য ৰত্ন পুৰি লঙ্কা॥
জানোহোঁ চৌষষ্টি কলা শাস্ত্র চতুৰ্দ্দশ।
পাঞ্চবিংশতিতত্ত্ব বুজো ব্রহ্ম ৰস॥
অৰিগণ দমন ৰাৱণ মত্ত গজ।
মানুষ ৰামক তেজি সীতা মোক ভজ॥
তিনিয়ো লোকৰ আছে যতেক স্থন্দৰী।
জিনি আনি তোমাক দিবো ছেড়ি কৰি॥
হেনজানি ঝাণ্টে বাঙ্কে ভজিয়ো আমাক।
ইন্দ্রপত্নী শচী আসি সেবিবে তোমাক॥
মোৰ পটেশ্বৰী মন্দোদৰী আদি কৰি।
সবেয়ো থাকবে তোমাকসে সেৱাকৰি॥

জানা আজিহন্তে তোৰ গুচিল দুৰ্গতি।
কোটী কোটী ৰাক্ষসৰ মই অধিপতি ॥
বনফল ছাড়ি কৰ ভুঞ্জ ত্ৰিভুবন।
মাথা তুলি চাহা সীতা মোহোৰ বদন ॥
ত্ৰৈলোক্য মাজত যত আছয় সুন্দৰী।
স্বামাগণে মাৰি আমি আনিছোঁহো হৰি ॥
সবেও সেবিব তোক কৰহ আনন্দ।
তাৰাগণ মাজে তই হওঁ পূৰ্ণচন্দ্ৰ ॥
ব্ৰহ্মাৰ বৰত কামদেব ৰূপ ধৰোঁ।
তুমি সমে লঙ্কা পশি মহা ভোগকৰোঁ ॥
মানুষ ৰামত তুমি পৰিহৰা ভাৱ।
উঠিওক ৰথে চলি যাওঁ নিজঠাৱ ॥
মদনে দগধ কৰে মোৰ কলেৱৰ।
উঠা প্ৰাণেশ্বৰী মোৰ প্ৰাণ ৰক্ষা কৰ ॥
এহিমতে কাতৰ কৰন্তে যেবে আছে।
সীতাসতী দেখি অতি কুপিলন্ত পাছে ॥
জানিলো পাপিষ্ঠ দুষ্ট এহিতো ৰাৱণ।
পিঠি দিয়া বুলিলন্ত নিষ্ঠুৰ বচন ॥
হাউৰে পাপিষ্ঠ দুষ্ট ক্ৰূৰ নিশাচৰ।
অবিলম্বে মৰিবাক চাৱস বৰ্ব্বৰ ॥



ৰামৰ কামিনী মোত কৰ অভিলাষ।
হাতে তুলি কাল কুট গিলিবাক চাস ॥
ত্ৰিশূলৰ উপৰে পাতস তই নাচ।
মহা পাপী হুয়া যাইতে খোজা বিষ্ণু পাশ ॥
হুয়া অলপ মনুষ্য চন্দ্ৰক চাস কিক।
বস্ত্ৰে বান্ধি নিবা চাস জ্বলন্ত বহ্নিক
তিখাল খণ্ডত জিহ্বা মেলিয়া ঘসস।
বহ্নিক নিমাইবাক লাগি পতঙ্গ ধাৱস ॥
দুৰ্জ্জনৰ যম ৰাম মই তান প্ৰিয়া।
মোহোক বাঞ্ছন পাপী কিনো তোৰহিয়া ॥
সমুদ্ৰ তৰিতে চাস গলে শীলা বান্ধি।
মৃগহুয়া ফুৰস সিংহক যেন চান্দি ॥
ক্ষুদ্ৰ পক্ষী হুয়া যাস গড়ুৰক ধাই।
বেঙ্গহুয়া কৰঞ্চাৰ আগ বাঢ় যাই ॥
মেনীসাপে পৰ্ব্বতক গিলিবাক চাস।
পোৱাতী বাঘিনী সমে খেল পৰিহাস ॥
ৰামৰ ৰমণী তোৰ পাইবাক উৎসুক।
সিংহৰ ভাৰ্য্যাক যেন বাঞ্ছয় জম্বুক ॥
পাইলেক কুবুদ্ধি তোৰ দিন ভৈলা মন্দ।
অবিলম্বে ৰামে ছেদিবেক দশস্কন্ধ ॥

টেপচি গড়ুৰে যেন অনেক অন্তৰ।
সিংহে শৃগালে যেন সেহি পটন্তৰ॥
ক্ষুদ্ৰ নদী সমুদ্ৰৰ অনেক অন্তৰ।
মোৰ স্বামী ৰামে তই সেই পটন্তৰ॥
ৰাঘবক পাই কোনে তোহোক ভজিবে।
অমৃতক তেজিয়া শোকোতা পানী পিবে॥
গঙ্গাজল তেজি কোনে চলিব কুপক।
সিংহক তেজিয়া কোনে ভজে গাধৱক॥
মোহোৰ আগত কেনে কহা অযুগুতি।
জগত বিদিত মই নামে সীতাসতী॥
স্বপ্নে জ্ঞানে মোৰ ৰামকেসে বৰদায়া।
চৰণে নুচুইবোঁ পৰ পুৰুষৰ কায়া॥
ঘৃত পৰিহৰি ঘোল পিবোক কোন নৰ।
ৰামৰ ক্ৰোধানলে তোৰ কাটিবেক শীৰ॥
ৰাঘবৰ শৰে তোৰ জিহ্বাক ছেদিবে।
কোটী কেটী ৰাক্ষসে কি তোহক ৰাখিবে॥
সীতাৰ এতেক বাণি শুনিয়া ৰাৱণ।
ঘৃত পাই অগ্নি যেন জ্বলিলা তেখন॥
বোলে সীতা মোহোৰ মহিমা নজানস।
সিকাৰণে ৰামৰ গুণক বখানস॥



বোলস ৰামক মোৰ নুহি সমসৰ।
তেবে কেনে দশৰথে ডাকিলে দেশৰ॥
তাহাক তেজিয়া ভৰতক দিলা ৰাজ।
দুষিত ৰামক পঠাইলন্ত বনমাজ॥
তোৰ স্বামী ৰামে যেবে বীৰ বোলাৱয়।
ভায়েকক মাৰি কেনে ৰাজ্য নলৱয়॥
ক্ষত্ৰিজাতি হুয়া কেনে বহে জটাভাৰ।
ইটোকথা শুনি হাসি নুঠিবে কাহাৰ॥
মানুষ জাতিয়ে তোক কৰে প্ৰতিপাল।
এতেক ৰামক তই স্বামী বোল ভাল॥
মোৰহিত বাক্য ধৰ ৰাম পৰিহৰ।
মোৰ সঙ্গে ৰঙ্গে যুগে যুগে ৰাজ্যকৰ॥
সীতায়ে বোলন্ত দুষ্ট কতেক লপন।
ৰামক নিন্দিয়া মহা পাপক সঞ্চাস॥
প্ৰভুৰ হাতৰ ছোট পাইলেসে জানিবি।
ৰামৰ শৰত তোৰ পৰাণ হৰাবি॥
আছোক সহিবি তই ৰাঘবৰ বাণ।
লক্ষ্মণৰ শৰছোটে তেজিবি পৰাণ॥
মোৰ প্ৰভু ৰামৰ কথা নজানস।
তিৰীৰ আগত আসি ঢকুয়া ফাৰস॥

কুটনাট কৰিয়া জিনিলা দেবাসুৰ।
ৰামে লাগ পাইলে সবে দৰ্প হৈব চূৰ ॥
সীতাৰ বচন শুনি ৰাৱণে কুপিলা।
ঋষিবেশ এৰি নিজ ৰূপক ধৰিলা ॥
কুড়ি গোটা চক্ষু আৰো দশগোটা মাথ।
কুড়ি খান কৰ্ণতাৰ কুৰিখান হাত।
দশখান কপাল উচ্চল দশ নাক ॥
অঞ্জন পৰ্ব্বত যেন দেখি ৰাৱণক ॥
শিৰ দশ গোটা হেম কিৰিটি জ্বলয়।
ক্ৰোধে অগ্নিবৰ্ণ কুৰি চক্ষু ঘুৰাৱয় ॥
কৰ-কৰি চোবাৱন্ত দুইপাৰা দান্ত।
একেবেলি টানে যেন কুড়ি খান জাঁত ॥
সীতাক সম্বুদ্ধি ক্ৰোধে বোলে খৰতৰ।
হাঁউৰে পাপিষ্ঠি মোক কৰস উত্তৰ ॥
মোক নজানস মই ৰাৱণ বিশাল।
অগনিৰ অগনি যমৰ যম কাল ॥
তোক শাস্তি কৰিবাক পাৰোঁ এতিক্ষণে।
চাহোঁ তোক ৰাখে কোনে এই ত্ৰিভুবনে ॥
মানুষ ৰামত তোৰ এতমান সাস।
মই যেন মত মোৰ আণ্ট নতু পাস ॥



আকাশত থাকিবো অদৃশ্য ৰূপ হৈবোঁ।
নৰক হানিয়া স্বৰ্গপুৰি নিৰোধিবোঁ ॥
জল থল কৰিবো পৃথিবী জঙ্কাৰিবো।
সূৰ্য্যক ঢাকিবো বায়ুপন্থ নিৰোধিবো ॥
চন্দ্ৰক গিলিবো পাতালক বিদৰিবো।
সাগৰ শুশিবো নাগ লোক নিবাৰিবো ॥
দেবতাক খেদিবো ত্ৰৈলোক্য উচ্ছাদিবো।
ক্ৰোধ সাফলিবো সবে মান্যক সাধিবো ॥
তোহোক হৰিবো ৰাম চন্দ্ৰক বধিবো।
পৌৰষ ৰাখিবো লক্ষ্মণক সংহৰিবো ॥
অগ্নি সম জ্বলিবো বৈৰক নিদলিবো।
ৰাক্ষস তুষিবো বন্ধু জনক ভূষিবো ॥
এহি বুলি লঙ্কেশ্বৰ ক্ৰোধে ধাই গৈল।
ঝাম্প দিয়া সীতাক কোলে তুলি লৈল ॥
ৰাহুয়ে যেহেন ৰোহিণীক হৰিলেক।
আথে বেথে যাই পাছে ৰথে চড়িলেক ॥
মহাবেগে ৰথ ডাকি চলিলা তেখন।
দেখি সীতা শান্তিৰ যে হৰিল চেতন ॥
হা! ৰাম বুলি সীতা পৰি মূৰ্চ্ছা গৈলা।
কটোক্ষণ অনন্তৰে চেতনক পাইলা ॥

ৰামৰ বিযোগে অগ্নি লাগি তনু তাৰে ।
কান্দন্ত গোসানী সীতা আতি আৰ্ত্ত ৰাৱে ॥
উটে কুচ কুঙ্কুম চক্ষুৰ লোহ পৰি ।
ৰাম ৰাম বুলিয়া পাৰন্ত ধাউ গেৰি ॥
ত্ৰাহি ত্ৰাহি লক্ষ্মণ আসিয়ো শীঘ্ৰ কৰি ।
একেশ্বৰে মোহোক ৰাক্ষসে নেই হৰি ॥
শুনা নৰনাৰী দেখা সংসাৰ বিপাক ।
ৰাক্ষসে হৰিয়া নেই ৰামৰ ভাৰ্য্যাক ॥
সীতা হেন শান্তি তাৰ যি ভৈলা অবস্থা ।
আন সামান্যৰ স্ত্ৰীৰ কি কহিবো কথা ॥
ৰূপৱতী নাৰী ভৈলে নেৰাই কলঙ্ক ।
জানি কৃষ্ণ ভজা মন কৰিয়া নিশঙ্ক ॥
পুত্ৰ ভাৰ্য্যা ধনজন নথাকে সদাই ।
পোষন্তে পালন্তে তাক ব্যৰ্থে আয়ু যাই ॥
ভাৰত ভূমিত জন্ম স্মৰ চিন্তা মণি ।
আক তুচ্ছ কৰে বিষয়ক সুখ মানি ॥
ঈশ্বৰক নভজে নোপজে প্ৰেম ভাৱ ।
কেনমতে তৰিবা দুৰ্যোৰ যম ঠাৱ ॥
জগতেৰে হুয়া মই কৰোহোঁ কাতৰ ।
বাপ কৃপাময় বন্ধু দিয়া একবৰ ॥



সকল লোকৰ তোমাতেসে ভক্তি হোক ।
ডাকি ৰাম হৰি বোলা পাতেক ছাড়োক ॥

——০——

## ছবি ।

পাইলন্ত দুৰন্ত চিন্তা, জনক নন্দিনী সীতা,
আতি আৰ্ত্ত ৰাৱ ভয় মনে ।
হৰি হৰি প্ৰভু ৰাম, তোমাৰ মহিষী মোক,
হেৰা হৰি লৈ যাই ৰাৱণে ॥
মৃগ বধ তেজিয়োক, শীঘ্ৰে প্ৰভু আসিয়োক,
লক্ষ্মণ সহিতে ধনু ধৰি ।
মোক আসি ৰাখিওক, ৰাৱণক বধিয়োক,
নাহি দোষ ইটো স্ত্ৰী বৈৰি ॥
সুবৰ্ণৰ মৃগ দেখাই, বিধি বধিলেক মোৰ,
তোমাক পঠাইলোঁ বধিবাৰে ।
তোমাৰ আৰাৱ শুনি, লক্ষ্মণক গালি পাৰি,
পাপিষ্ঠি পঠাইলোঁ মৰিবাৰে ॥
পাই মোক শূণ্য ঘৰে, হৰি নেই লঙ্কেশ্বৰে,
স্ত্ৰী জাতি নোহো স্বতন্ত্ৰৰি ।
তুয়ো এতিক্ষণে যদি, শীঘ্ৰ কৰি নাসা খেদি,
তেবে মোৰ জন্ম যাই বৰি ॥

হা ৰাম ৰাম বুলি, শোকে আতি বিয়াকুলি,
কান্দন্ত বিবিধ গুণ কহি।
বিধতা বঞ্চিলে মোক, নির্ম্মল চন্দ্রত যেন,
মলিন কলঙ্ক গৈলা ৰহি ॥
ৰামৰ ৰমণী সীতা, ৰাৱণে হৰিলা হেন,
এহি কথা যাই ৰাজ্যে ৰাজ্যে।
পতি ব্রতা নাম মোৰ, আজিহন্তে খণ্ডিবেক,
জীৱন ধৰোহোঁ কোন কার্য্যে ॥
লক্ষেকৰ জীৱ মোৰ, দুই লক্ষৰ জাতি কুল,
ত্রিলক্ষ টঙ্কাৰ ধৰ্ম্ম ক্রিয়া।
হেনয় অমূল্য ধন, কেনমতে ৰাখিবোহোঁ,
ৰাক্ষসৰ হাতত পৰিয়া ॥
হৰি হৰি প্রভু ৰাম, দুৰ্ব্বাদল ঘন শ্যাম,
মনোহৰ তনু সুকুমাৰ।
দৰশনে সুখী হুই, সুবলিত বাহু দুই,
কামিনীৰ মন কণ্ঠ হাৰ ॥
বদনে ভুবন ৰঞ্জে, সম্পূর্ণ চন্দ্রক গঞ্জে,
নেত্র দুইঁ প্রফুল্ল কমল।
একো অঙ্গে নাহি ক্ষীণ, মহন্তৰ যত গুণ,
প্রভু তেবে আছয় সকল ॥



চৰণ কমল দুই, পৃথিবীক প্রকাশয়,
দেখি পাসৰউ সবে দুখ।
হেন প্রভু হকুৱাই, এভু প্রাণ নতু যাই,
কিনো নিদাৰুণ মোৰ বুক ॥
হা হা প্রভু ৰাম চন্দ্র, তোমাৰ ৰমণী মই,
হেৰা হৰি নেই নিশাচৰে।
দুষ্টক দণ্ডিতে লাগি, অবতাৰ ভৈলা প্রভু,
কহে মহা জন নিৰন্তৰে ॥
তোমাৰ চৰণ দাসী, মইনাৰী সেৱকিনী,
কিসক নকৰা প্রতিকাৰ।
হৰি হৰি লখাই আবে, তোহোৰ গুছিল স্নেহ,
শীঘ্রে লাগ নলস আমাৰ ॥
সিংহৰ ভাৰ্য্যাক যেন, শৃগালে হৰিয়া নেই,
বিধি বিড়ম্বিলে হেন কিক।
ৰাম স্বামী দৰশনে, বিযোগ কৰাইলে মোক,
বিধিৰ বিক্রম ধিক ধিক ॥
কৈকৈৰ শাশুৰ আবে, মনোৰথ সিদ্ধি ভৈলা,
পুত্র শোকে মৰিল শশুৰ।
এবে প্রাণ বান্ধবৰ, ৰামৰ বিযেগে,
মোৰো প্রাণ যাইব যমঘৰ ॥

মোৰ মহা সন্তাপত, ৰামে প্ৰাণ তেজিবন্ত,
লক্ষ্মণেও মৰিবন্ত পাছে।
আবে অকণ্টকা ৰাজ্য, ভৰতেই ভুঞ্জিবেক,
আউৰ তাৰ কাত ভয় আছে ॥
বনদেবতাক সবে, সীতা দেবী বুলিলন্ত,
কৃতাঞ্জলী কৰিয়া মিনতি।
প্ৰভু ৰাঘবত মোৰ, কহিবা কাহিনা সব,
বিধি যেন কৰিলা বিপত্তি ॥

—০—

## ছুলড়ি।

এহিমতে সতী, ব্যাকুলে কান্দন্ত,
ৰামৰ গুণ সুমৰি।
মহাবেগে ৰথ, ডাকে লঙ্কানাথ,
লঙ্কাৰ দিশক ধৰি ॥
সীতাক সম্মুখি, মধুৰ বচনে,
বোলে সীতা তেজা শোক।
মুখ্য পটেশ্বৰী, পাতিবো তোমাক,
চমুহুয়া ভজা মোক ॥



সীতায়ে বোলন্ত, পাপিষ্ঠ ৰাৱণ,
যেবে চোস তই মোক।
জগতে জানন্তি, মই মহা শান্তি,
শাপি ভস্ম কৰোঁ তোক ॥
দেবহৈবা সাক্ষী, মোত দোষ নাই,
বলে লৈয়া যাই হৰি।
ৰামৰ হাতত, অবশ্যে মৰিবে,
মোক যেন যাস ছাড়ি ॥
সীতাৰ বচনে, কুপিল ৰাৱণ,
থাকি গৈলা পাছ গুছি।
কান্দন্তে ৰথত, গোসানী চলন্ত,
আঞ্চলে লোতক মুচি ॥
পৰ্ব্বত উপৰে, জটায়ু আছন্ত,
মহা সুখে ৰৌদ্ৰ লই।
স্ত্ৰীৰ ক্ৰন্দন, শুনি চতুৰ্দ্দিশে,
চাহিলা নেত্ৰ ফুৰাই ॥
দেখন্ত ৰথত, সীতায়ে কান্দন্ত,
ৰামৰ গুণ বৰ্ণাই।
শৰীৰত বজ্ৰ, পৰিলা যেহেন,
আগবাঢ়ি গৈলা ধাই ॥

মাৰিপাখী ছাট, ভেণ্টিলন্ত বাট,
তুলি বজ্র সম ঠোট ।
শৃঙ্গে সম যেন, গগণে উধাইল,
পাখী মেলি গিৰি গোট ॥
বৃক্ষ খসি পৰে পৰ্ব্বত লড়য়,
জটায়ু পক্ষী প্রচণ্ড ।
পাখীৰ ছাটিত, বায়ু উঠলিল,
মেঘ ভৈলা খণ্ড খণ্ড ॥
আকাশত থাকি, বুলিলন্ত তাক,
গৰ্জ্জি আতি পক্ষী ৰাজ ।
শুনৰে দাৰুণ, পাপীষ্ঠ ৰাৱণ,
কি তই ভৈলি নিলাজ ॥
এতমান ৰাজা, হুয়া অযুগুত,
কৰস তই পাপিষ্ঠ ।
ৰামৰ ভাৰ্য্যাক, সীতাক হৰিলি,
চিন্তিলি বৰ অনিষ্ট ॥
ধৰ্ম্ম পন্থ তই, তেজিলি নিলাজ,
পৰৰ ভাৰ্য্যা হৰস ।
সবাতে অধিক, এহিসে পাতেক,
সঞ্চিলি পাপ ৰাক্ষস ॥



জগতৰে পিতা, প্রভু ৰামচন্দ্র,
সীতা জগতৰে মাৱ ।
তাঙ্ক নেস হৰি, মহা অহঙ্কাৰী,
ৰাৱণ মন্দ প্রভাৱ ॥
দশৰথ সমে, মোৰ মিত্রৱতি,
যেন একে কলেবৰ ।
প্রাণে জীবি যেবে, তান পুত্রবধূ,
এতিক্ষণে পৰিহৰ ॥
নিশ্চয় বুলিলোঁ, সীতাক ৰাখিবো,
সমৰে তোক মাৰিবো ।
তোহাক ৰথকে, নুহি এতিক্ষণে,
চপাই ধৰি গিলিবো ॥
মই বৃদ্ধ ভৈলোঁ, তই ভৰ যুবত,
ত্রিভুবনে তই বীৰ ।
তভু বজ্র তুণ্ডে, আঝুৰি চিণ্ডিবো,
চণ্ড তোৰ দশশিৰ ॥
আমাৰ মিত্রৰ, বধূক হৰস,
তোৰ এত মান বুক ।
নখে চিড়ি তোক, মৈৰাৰ আগত,
পাৰিলি যেন জলোক ॥

নেৰস সীতাক, ৰণ দেহ মোক,
জগতৰ মান সাৰোঁ।
সীতাৰ শত্রুক, ৰাঘৱ বৈৰক,
নিডলিয়া তোক মাৰোঁ॥
গড়ুৰৰ পুত্র, ৰামৰ সেবক,
দেখা মোৰ পৰাক্রম।
প্রভুৰ কার্য্যত, প্রাণে মৰোঁ যদি,
তথাপি স্বর্গ উত্তম॥
এহি বুলি পক্ষী, জটায়ু প্রচণ্ড,
কৰন্ত আতি আস্ফোট।
ৰাৱণে ডৰিয়া, মনত গুণয়,
কিনো দুষ্ট পক্ষী গোট॥
শুনা জ্ঞানী গণ, কৰা একমন,
ৰাম কথা পদ বন্ধ।
শ্রবণতে তাপ, পাপ দুৰ হয়,
মিলে মহা ব্রহ্মানন্দ॥
ঈশ্বৰৰ অর্থে, ভকত সকলে,
মৰিবাকো কৰে সাস।
জটায়ুতে দেখা, এড়া আন কথা,
ৰামত লয়ো বিশ্বাস॥



বৃদ্ধ বয়সত, ৰামৰ সেৱাত,
জটায়ুৰ অনুৰাগ।
তান কি নিসিজে, সীতাক লৈ যাই,
ভেটিলন্ত তান আগ॥
এতেকে জানিবা, ঈশ্বৰৰ কার্য্য,
ভকতৰো আছে ৰাগ।
ভজিয়োক ৰাম, ছাড়ি আন কাম,
আছে যাৰ অনুৰাগ॥
ধনজন যত, বিষয় সম্পদ,
নথাকয় সর্ব্বকাল।
তাত আসকতি, নকৰা ভকতি,
ইটো কথা নুই ভাল॥
হৰিৰ অৰুণ, চৰণে শৰণ,
লৈয়া শুনা গুণ নাম।
অনন্ত কন্দলী, কহে হৰি বুলি,
সাধা সবে নিজ কাম॥

—o—

## পদ।

ক্ৰোধে জটায়ুক বোলে ৰাৱণ লটক।
শুনওৰে চাৰ পক্ষী লটক ছটক ॥
ত্ৰৈলোক্য ৰাৱণ যিটো তাঙ্ক জঙ্কাৱস।
অবিলম্বে যমপুৰ চলিবে ৰাক্ষস ॥
ইন্দ্ৰ চন্দ্ৰ বায়ু বহ্নি সূৰ্য্য হুইবা সাক্ষী।
মোক ধাই আসে পক্ষী খাই দুই আঁখি ॥
নতুদেখ প্ৰচণ্ড শৰ কৰোঁ তোক দণ্ড।
খাণ্ডা হানি তুণ্ড মুণ্ড কৰোঁ খণ্ড খণ্ড ॥
এহি বুলি কোপে জ্বলি ধনুক ধৰিল।
যেন পৰ্ব্বতক ঢাকি মেঘে বৰিষিল ॥
ৰাবণৰ বাণে দিশ বিদিশ পূৰিলা।
জটায়ুৰ পখা ছাটে সকলে উড়িলা ॥
হানয় ৰাৱণে বাণ অস্ত্ৰ অপৰ্য্যন্ত।
সাপক গড়ুৰে যেন জটায়ু গিলন্ত ॥
অস্ত্ৰ গিলে দেখি গালি পাৰে নিশাচৰ।
হানিলেক দিব্য বজ্ৰ সম দশশৰ ॥



ঠাস ঠিস কৰি বীৰ পক্ষীত পৰিলা।
ভ্ৰুভঙ্গ নভৈল লোম গাছো নলড়িলা ॥
ক্ৰোধিয়া জটায়ু তাৰ পৰিলা ৰথত।
চৰণৰ নখে ক্ষত কৰিল সমস্ত ॥
ৰাবণৰ পিঠিত ঠোটৰ দিলা ঘাৱ।
আঝুৰিয়া চিণ্ডিলন্ত মাংস এক নাৱ ॥
কেশে ধৰি ঠোটে পাছে ঘণ্টাক লড়িলা।
দুইপাৱ ভিৰিতাৰ ৰধক ভাঙ্গিলা ॥
ঠোটৰ প্ৰহাৰে কিৰিটিক উলটাইলা।
উৰ্দ্ধক লাগিয়া কোপে ক্ষেপিয়া পঠাইলা ॥
কিৰিটিৰ তাপ লাগি আকাশ জ্বলিল।
সূৰ্য্য গোট আসি ষেন ভূমিত পৰিল ॥
চাৰি গোট গাধৰে বহয় তাৰ যান।
লাথিহানি জটায়ু ছড়াইল তাৰ প্ৰাণ ॥
গজে অঙ্কুশ যেন নখ ঠোট লাগি।
সাৰথিৰ মাথা ঠনৰাই গৈল ভাগি ॥
মুণ্ডত তাৰিলা বজ্ৰ সমান চৰণে।
মূৰ্চ্চা যাই যম লোক দেখিলা ৰাৱণে ॥
জটায়ুৰ ছোটে ৰাজা লালকাল ভৈলা।
বিধতাৰ বৰে পুনুৰূপি প্ৰাণ পাইলা ॥

জটায়ু উৰাৰ কৰি মাৰে তাৰ পথ
বেগে আসি লাথি হানি ভাঙ্গিলেক ৰথ ॥
দেখি বীৰ ৰাৱণৰ হৃদয় কম্পিলা।
সীতাক কোলাত লৈয়া ভূমিত নামিলা ॥
বুলিলা জটায়ু পাছে ক্রোধে ৰাৱণক
এভু প্রাণে জীবিযেবে তেজস সীতাক ॥
মোক সম নহস ৰামৰ হৈবি আগ।
অবশ্যে কাটয় যেন উছর্গিলে ছাগ ॥
ৰামৰ শৰত তই হৈবি বলি দান।
হিতশুন সীতা এড়ি চল নিজ থান ॥
সাক্ষাতে ঈশ্বৰ ৰাম নমানস পাপী।
সীতাক ছাড়িলে মাত্র ৰাখিবো তথাপি।
ৰাৱণে বোলয় কত কদৰ্থস আৰ।
যতলাগে কৰিলি মিত্রৰ প্রতিকাৰ ॥
ৰথ ভাঙ্গি ভূমিত পেলাইলি কৰি গুৰি।
এভু ক্ষমা কৰা পক্ষী চল অন্য সাৰি ॥
অবশ্যে সীতাক মই হৰি নিবো লঙ্কা।
তই হেন পক্ষী লক্ষেকক নাহি শঙ্কা ॥
আউৰ যেবে উপদ্রব কৰস আমাক।
বধিবোঁ নিশ্চয় তোক এবে প্রাণ ৰাখ ॥



জটায়ু বোলন্ত বৃদ্ধ ভৈলোঁ মই শ্রান্ত।
খনিক বিশ্রাম কৰা হওঁ উপশান্ত ॥
জটায়ু প্রয়াস দেখি ৰাবণ হৰিষ।
আৰ কিবা চাওঁ আবে চলোঁ নিজ দেশ ॥
এহি বুলি কোলে তুলি জানকীক লৈলা।
আতি মহা বেগ ধৰি গগণে চলিলা ॥
হেন দেখি জটায়ু পাছতে ডেৱ দিলা।
পিঠিত পৰিয়া তাৰ পাখা সাবটিলা ॥
স্তন দুইৰ মাজে নখে কৰিল বিদাৰ।
চট চটি যেহেন চিঁড়িলা কলা খাৰ ॥
হস্তীৰ পিঠিত যেন মাহুত ছড়িলা।
নখাঙ্কুশ ঘাৱে দশ শিৰ বিদাৰিলা ॥
বিহ্বল ৰাৱণ ভৈলা নপাৰে উপাই।
পিঠিত জটায়ু আছে মত্ত গজ প্রাই ॥
হিয়া মুণ্ড গল পিঠি সকল শৰীৰ।
নখ ঠোঁট প্রহাৰে কৰিলে চিৰাচিৰ ॥
ৰাৱণৰ কেশ কোঞ্চা ঠোঁটে কঞ্চে ধৰি।
সোপাসোপে উভাৰি পেহ্লাইলা কোপ কৰি ॥
মুণ্ডত উঠিয়া পাছে চৰণে জান্তিলা।
বিহ্বল স্বৰূপ হুয়া ভূমিত নামিলা ॥

কতো দুৰে গৈয়া সিটো থৈলেক সীতাক।
ধৰি বজ্র মুঠি সাজ ভৈলা যুঁজিবাক॥
কুৰি গোট মুঠি হানিলেক এক বলে।
গৰুৰৰ পুত্রে তাক সহিলেক হেলে॥
ভ্রুকুটা ভ্রুকুটি দুইৰো ৰণ ধুমাজয়।
ৰাক্ষস ছটক দুইৰো বল ভৈলা ক্ষয়॥
ৰাৱণৰ শৰীৰৰ শোণিত বহয়।
মন্দৰ গিৰিৰ যেন গেৰু নিঝৰয়॥
ৰাৱণে গুণয় ন্যায় যুদ্ধে নোৱাৰোহোঁ।
যেন যুৱাই হৌক আক অন্যায় কৰোহোঁ॥
এহি গুণি টুনৰ টানিলা চন্দ্র হাস।
জটায়ু বুজিলা দুষ্ট ৰাৱণৰ আশ॥
হৃদয়ৰ মাজে তাৰ দিলা পখা ছাট।
দুৰ্ব্বাৰ প্রহাৰে যেন হিয়া দিলা ফাট॥
পাখীৰ ছাটিত জটায়ুয়ে নগনিল।
ৰাৱণে খড়গৰ ঘাৱে পখাক ছেদিল॥
পাৱ দুই ছেদিলেক পখাৰ লগতে।
যেন পূৰ্ব্বে ক্রৌঞ্চক ভেদিলা গৌৰী সুতে॥
ইন্দ্রে যেন পৰ্ব্বতৰ শৃঙ্গক ছেদিলা।
জটায়ু পৰন্তে মহী মণ্ডল লাড়িলা॥



ৰাৱণে ও পাইলা পখা ছোট জট য়ুৰ।
হাড় ঘাঁড় বিহৰিয়া বল ভৈল চুৰ॥
কতো দূৰে চিৎহুয়া পৰি আছিলেক।
বিধাতাৰ বৰে পুনু চেতন পাইলেক॥
জটায়ু পৰিল দেখি চেতন লভিলা।
ৰথৰ সম্ভাৰ যত চাহিতে লাগিলা॥
ৰাম ৰাম ৰাৱ কাঢ়ি জটায়ু কেষ্কান্ত।
দেখিয়া গোসাণী যাই পাশ চাপিলন্ত॥
অন্যায় ৰাৱণে তান পখাক ছেদিলা।
দেখিয়া সীতাৰ মহা সন্তাপ জ্বলিলা॥
ধৰিলন্ত তুলি দেবী জটায়ুৰ গল।
অনেক কান্দিলা দেবী হাকুল ব্যাকুল॥
হা হা মোৰ মহামিত্র তুমি পক্ষী ৰাজ।
মোহৰেসে নিমিত্তে প্রাণ ভৈলা বাজ॥
যতেক লাগিল মানে পাপীক বুজালা।
পক্ষী গোট হুয়া ঘোৰ সংগ্রাম কৰিলা॥
মহা পুণ্য কীৰ্ত্তি বাপ পৃথিবীত থৈলা।
ৰামৰ কাৰ্য্যত নিজ প্রাণক তেজিলা॥
তোমাক সহায় পাই পুনু যেন জীলোঁ।
তুমি এড়ি যাহা বাপ এবেসে মৰিলোঁ॥

ৰাখিবাক আসিলে জনক যেন বাপ।
সবাতো অধিক ভৈলা তোমাৰ সন্তাপ ॥
দুৰ্গতি কালত বাপ ভৈলাহা সহাই।
এবে বাপ জীৱ তেজি যাহা কোন ঠাই ॥
তুমি মোৰ দশৰথ স্নেহৰ শশুৰ।
বহাৰীক তেজি কেনে যাস যম পুৰ ॥
আপদ সিন্ধুত পাইলোঁ তুমি হেন নাৱ।
পুনু হেৰুৱাইলোঁ শোকে দহে সৰ্ব্ব গাৱ ॥
জটায়ু বোলন্ত আই নকৰা ক্রন্দন।
ৰামৰ কাৰ্য্যত মোৰ মিলিল মৰণ ॥
ইহাকেসে সুমৰি মনত বৰ দুখ।
মৰণ কালত নেদেখিলোঁ ৰাম মুখ ॥
হেন শুনি কান্দি দেবী দিলা সমিধান।
যেবে সীতা শান্তি মই ৰামে মোৰ প্ৰাণ ॥
যত মোৰ বিপত্তি ৰামক দিবা জান।
তান মুখ দেখিলেসে যাইবে তযু প্ৰাণ ॥
এহি বুলি সীতা সতী কান্দন্ত আকুলি।
জটায়ু আছন্ত পৰি ৰাম ৰাম বুলি ॥
ৰাৱণেও বিচাৰিলা ৰথৰ সম্ভাৰ।
জটায়ুৰ ঠোট ঘাৱে ভৈলা চাৰখাৰ ॥



ৰথ সাজিবাৰ আৰ কিছু সাজ নাই।
আথে বেথে আসি পাইলা জানকীৰ ঠাই ॥
ৰাৱণক দেখি দেবী বৃক্ষত ধৰিলা।
নুচুাব নুচুাবি বুলি আৰাৱ কৰিলা ॥
আঝুৰি দাৰুণে সীতা কোলে তুলি লৈলা।
আকাশে উবাৱ কৰি বেগে চলি গৈলা ॥
সীতাক ৰাৱণে নেই ব্ৰহ্মায়ে দেখিলা।
দেৱক সম্বুদ্ধি বিধি হৰিষে কহিলা ॥
ৰামৰ ভাৰ্য্যাক হৰি নিৰন্ত ৰাৱণে।
মৰিলা ৰাক্ষস কুল হেন জানা মনে ॥
সীতাক আকাশে লৈই দশগ্ৰীৱ চলে।
মাংস লৈয়া চলে যেন কুকুৰ হেঙ্গালে ॥
বিজুল ছটক যেন জানকীৰ কান্তি।
তাৰা যেন জিকি পাৰে অলঙ্কাৰ পান্তি ॥
ৰাৱণৰ কোলে সাতা জ্বলন্ত অধিক।
অঞ্জন পৰ্ব্বত যেন জ্বলয় মাণিক ॥
ৰাৱণৰ কোলে সীতা জ্বলন্ত নিৰ্ম্মল।
মেঘ ফেৰি জ্বলে যেন চন্দ্ৰৰ মণ্ডল ॥
সীতাৰ আঞ্চল বস্ত্ৰ বায়ুত চলয়।
ৰাবিৰ কিৰণ যেন মেঘে ঝিলিকয় ॥

মনি ৰাজ মাজে যেন মাণিক প্ৰত্যেক ।
কসটি শিলাত যেন মাণিকৰ ৰেখ ॥
লঙ্কেশ্বৰ কাল মেঘ মাজে সীতা সতী ।
অলঙ্কাৰ চয় যেন বিদ্যুতৰ পান্তি ॥
চিণ্ডিলা সীতাৰ শুদ্ধ মুকুতাৰ হাৰ ।
আকাশে প্ৰকাশে যেন জাহ্নবীৰ ধাৰ ॥
শোকে দুখে সীতাৰ শৰীৰ ভৈলা কৃশ ।
ৰাৱণক বচন বুলিলা বিষদৃশ ॥
হাউৰে পাপিষ্ঠ নষ্ট মতি ভৈল তোৰ ।
এত বৰ ৰাজা হুয়া ভৈলি তিৰী চোৰ ॥
কতবা জন্মক লাগি সঞ্চিলি পাতেক ।
তই মৃগ মায়া হুই বঞ্চিলি ৰামক ॥
ৰাম হেন বাৰ দিলা তোহোৰ ৰাক্ষসে ।
সেই কাৰণে লক্ষ্মণক পঠাইলোঁ তৰাসে ॥
লক্ষ্মণ দেৱৰ যেবে থাকন্ত লগত ।
যমপুৰ পাইলি হতে তাহান হাতত ॥
তিৰী চোৰ দাৰুণ হাড়িৰ জাত খায়া ।
লাজে শিলা গলে বান্ধি নমৰস গৈয়া ॥
ৰামক নিজিনি মোক হৰি নেন বলে ।
জানিলোঁ পাপিষ্ঠ তই গৈলি ৰসাতলে ॥



সুবুদ্ধি নাশিলে তোক পাইলে যম কালে ।
শিশিৰ শুখাই যেন ৰাম ৰবিজালে ॥
আনো অসংখ্যাত সীতা বুলিলা বিস্তৰ ।
লাজে লঙ্কানাথে কিছু নেদিলে উত্তৰ ॥
অনন্তৰে সীতা সব অলঙ্কাৰ কাঢ়ি ।
দিব্য বস্ত্ৰে বান্ধিলন্ত একস্থান কৰি ॥
পৰ্ব্বতত দেখিলন্ত বানৰ পাঞ্চ জন ।
পলাই আছে বালি নৃপতিত হাৰি ৰণ ॥
ৰাম বাৰ্ত্তা পাইবে বুলি মনে কৰি সাৰ ।
তাসাম্বাৰ মাজত ক্ষেপিলা অলঙ্কাৰ ॥
যেবে স্বৰূপত হওঁ মই সীতা সতী ।
মোৰ অলঙ্কাৰ তেবে ৰাঘবে পাইবন্তি ॥
ৰাবণেও লক্ষিলেক জানকীৰ কাজ ।
অলঙ্কাৰ পৰিগৈলা বানৰৰ মাজ ॥
কি পৰিলা বুলি পাঞ্চো উপৰক চাইলা ।
ৰাৱণৰ কোপে এক কন্যা ভেট পাইলা ॥
কান্দন্তে চলন্ত কন্যা ৰাম ৰাম বুলি ।
দীৰ্ঘ কেশ চয় আকাশত যাই হালি ॥
কন্যাৰ ৰূপক দেখি বিস্ময় যে ভৈলা ।
পাছে পাঞ্চবীৰে অলঙ্কাৰ মেলি চাইলা ॥

দেখিলন্ত দেব যোগ্য দিব্য অলঙ্কাৰ।
ভৈলন্ত বিস্ময় চাহি আউৰে আউৰ ॥
জটায়ূৰ কায এৰি ৰাৱণ চলিলা।
দক্ষিণ ছাড়িয়া পূৰ্ব্ব দিশে প্ৰবেশিলা ॥
ঋষ্যমুখ গিৰি সম্পা সৰোবৰ তৰি।
সীতা লৈয়া চলয় লঙ্কাৰ দিশ ধৰি ॥
মৃত্যু লৈয়া চলয় নকৰে কিছু শঙ্কা।
সমুদ্ৰ তৰিয়া পাছে প্ৰবেশিল লঙ্কা ॥
অন্তেস পুৰত যাই ভৈলক প্ৰবেশ।
নিৰ্জ্জন থানত নিয়া সীতাক থৈলেক ॥
অনেক ৰাক্ষস ৰক্ষা দিলেক সীতাৰ।
ৰাখিবাহা যত্নে জীৱ জনক ৰাজাৰ ॥
যদি আন জনে দেখে জনকৰ জীৱ।
তোমৰা সবক মই মাৰিবোহোঁ জীৱ ॥
সীতায় খোজন্ত দিব্য ৰত্ন বস্ত্ৰ যত।
শঙ্কা নকৰিয়া আনি দিবিহি সমস্ত ॥
এহি বুলি লঙ্কা নাথ ওঁৱাৰি পশিল।
আঠ গোটা ৰাক্ষসক মাতিয়া আনিল ॥
সম্বুদ্ধি বোলয় শুন আঠ গোটা বীৰ।
ধৰিতে নপাৰোঁ মন দহয় শৰীৰ ॥



শীঘ্ৰ বেগে যাহা সবে দণ্ডকাৰ বন।
ৰামে মাৰিলেক খৰ ত্ৰিশিৰা দূষন ॥
হৰিলোহোঁ ভাৰ্য্যাতাৰ সাধি সেহি মান।
চাহা দুই ভাই কিবা কৰে সিটো থান ॥
মাৰিবাক পাৰা যেবে আতিবৰ ভাল।
এতেকে পলাই মোৰ হৃদয়ৰ শাল ॥
মহাবীৰ আঠক পঠাওঁ এহি কাৰ্য্যে।
জানিআসা বাৰ্ত্তা যাই দণ্ডকাৰ মাজে ॥
ৰাৱণৰ বচনক শিৰে তুলি লৈলা।
আঠগোট ৰাক্ষস ৰামক খেদি গৈলা ॥
নবৰয় সীতা ৰাৱণৰ স্বস্থ নাই।
বিনাইতে লাগিলা যাই জানকীৰ ঠাই ॥
বোলে লঙ্কেশ্বৰে সীতা মোৰ বোল শুন।
মোহোৰ সমান মহাজন আছে কোন ॥
অবধ্য শৰীৰ মোৰ বিধতাৰ বৰে।
নাহিকে মৰণ মোৰ ব্ৰহ্মাণ্ড ভিতৰে ॥
জিনি আছো তিনি লোক নাহি কাকো শঙ্কা ॥
জ্যেষ্ঠ ভাই কুবেৰৰ কাঢ়ি লৈলো লঙ্কা ॥
লৈলোঁ মহা বিমান পুষ্পক যাৰ নাম।
চলা এতিক্ষণ মোৰ পূৰা মনকাম ॥

শঙ্কৰত যাই তেহু লৈলেক শৰণ।
সিকাৰণে কুবেৰৰ নভৈলা মৰণ॥
লঙ্কাতে খাটয়া আসি যত দেবগণ।
তাক দেখি জানকী হৰিষ কৰা মন॥
মহাদেৱ সেৱা কৰি ত্ৰৈলোক্য জিনিলোঁ।
শিব সমন্বিতে কল্যাসক আলগাইলু॥
তেজিলোঁ আটাস শুনিলেক ত্ৰিভুবন।
সিকাৰণে বোলে মোক ত্ৰৈলোক্য ৰাৱণ॥
হেন ত্ৰিভুবন পতি দেখ দশগ্ৰীৱ।
মইতোক বোলো শুন জনকৰ জীৱ॥
মানুষ ৰামত তোৰ কোন উপযোগ।
তাক তেজি মোক ভজ ভুঞ্জ ৰাজ্য ভোগ॥
তোৰ ৰূপ দেখি আঁখি নভাষয় আন।
কাম সমুদ্ৰত মৰোঁ কৰা পৰিত্ৰাণ॥
তোহোৰ চৰণে মই লৈলোহোঁ শৰণ।
নুহিবি সুন্দৰী এবে নিকৰুণ মন॥
ত্ৰৈলোক্য ঈশ্বৰ হুয়া ভৈলোঁ তোৰ দাস।
অনুগত জন কেনে তেজিবাক চাস॥
মই হেন স্বামী যেবে তই নবৰিবি।
পাছ কালে তই মোক সুমৰি মৰিবি॥



বোলোঁ যেবে তই ন বৰস কৌতুহলে।
আজি জান তোক মই হৰিবোহো বলে॥
আজি তোৰ ছড়াওঁ ৰাম মানুষৰ আশ।
ভালে যেবে জীবিতেবে আসা মোৰ পাশ॥
ৰাৱণৰ বোলে যেন জীৱ গৈল উড়ি।
বুলিবে লাগিলা সীতা বৰ কোপকৰি॥
বোলোঁ লঙ্কা নাথ যেবে চোস তই মোক।
শাপি ভস্ম কৰিবো বুলিলো নিষ্টে তোক॥
মোক যদি হৰি তই পাতালক যাস।
তহিতো ৰাঘবে কৰিবে সৰ্ব্ব নাশ॥
হাঁড়ি জাতি হুয়া পাঢ়বাক চাহ বেদ।
অবিলম্বে প্ৰভু কৰিবেক স্কন্ধ ছেদ॥
ডৰিলা ৰাৱণ শুনি সীতাৰ উত্তৰ।
মধুৰ বচনে পুনু বোলে লঙ্কেশ্বৰ॥
এবেসে জানিলো সীতা তোত বুদ্ধি নাই।
বনবাসী ৰামকেসে আছা বাট চাই॥
দেখ দেখ জানকী মোহোৰ ঐশ্বৰ্য্যক।
পৰাভৱ পাৱে যেন কল্যাস পৰ্ব্বতক॥
ৰত্নময় ভূমি চয় দেখা মনোহৰ।
সদায় সেৱয় মোক সিদ্ধ বিদ্যা ধৰ॥

মোৰ অনুকূলে বহে মলয়া সমাৰ।
কেনমতে সহে সীতা তোহোৰ শৰীৰ ॥
মোহোৰ সৈন্যকদেখা শুনহ সকল।
বাষষ্ঠি হাজাৰ কুল ৰাক্ষসৰ বল।
তেহ্লয় দুইগুণ আছে পিশাচ অপাৰ।
একৈকৰ ভৃত্য আছে হাজাৰে হাজাৰ ॥
ৰণ ভূমি হন্তে চান চলয় আকাশ।
ত্রিভুবন জনে দেখি মিলয় তৰাস ॥
বাল্য বৃদ্ধ দেখিয়া সৈন্যৰ দিলা দেখা।
মন্যু ছাড়ি সীতা মোক শুভদৃষ্টি দেখা ॥
আবুধি বিবুদ্ধি সীতা ৰামকেসে চাহ।
মইহেন স্বামী তই লাথিলে গৰাশ ॥
তিনিওলোকৰ ৰাজ্য সকলে আমাৰ।
আছে মহা মণিৰত্ন অলেখ ভাণ্ডাৰ ॥
আছে মত্ত হস্তী ৰথ ঘোটক অপাৰ।
আজি ধৰি তোমাতে সম্পিলোঁ ৰাজ্যভাৰ ॥
অযুত নিযুত যত মোৰ পটেশ্বৰী।
মন্দোদৰী আদি দাস দাসী অনুচৰী ॥
তোতে সেবা কৰোক সকল আজি ধাৰ।
যাক যেন যুৱাই দাবহাত তলা কৰি ॥



যেহিবোলা সেহি কাৰবোহো আজি ধৰি।
ময়ো থাকিবোহো তোমাকেসে সেৱাকৰি ॥
হৃদয়ৰ দুখ বান্ধৈ দূৰে পৰিহৰ।
ত্রিভূবন পতি আমাকেসে স্বামী বৰ ॥
ৰামে মোক মাৰিবেক লোৱে তোৰ মনে।
কহিত শুনিছা ৰণ হাৰিলা ৰাৱণে ॥
অগ্নিৰ শিখাত ঝাম্প দিব কোনজনে।
তোক ৰামে নিৰ আসি মোক জিনি ৰণে ॥
দেখিয়োক লঙ্কাৰ দুৰ্জ্জয় মোৰ গড়।
চতুৰ্ভিত গড় খাই অগাধ সাগৰ ॥
তোক ৰামে নিব আসি হেন আশা তেজা।
চৰণত ধৰোঁ তোৰ মোকস্বামী ভজা ॥
পুষ্পক বিমান মোৰ ত্রিভুবনে সাৰ।
তুমি সমে হৌক মোৰ ইহাতে শৃঙ্গাৰ ॥
দশগোটা শিৰে তোৰ চৰণত ধৰোঁ।
মুখেতৃণ কেশ লৈয়া কাতৰক কৰোঁ।
ৰাজ ৰাজেশ্বৰ হুয়া ভৈলোঁ তোৰ দাস।
ইহাত অধিক কিবা বহু মান্য চাস ॥
বিৰহ অগনি মোৰ দহে কলেবৰ।
অধৰ অমৃত মধু দান পান কৰ ॥

এহিমতে ৰাবণে বিনয় বোলে বাণি।
তুলাত লগাইল যেন প্ৰচণ্ড অগনি ॥
শুনা নৰনাৰী পুণ্য কথা ৰামায়ণ।
দেখা কামাতুৰ ভৈলে নিস্ফল জীবন ॥
নিসিজয় ধৰ্ম্ম পন্থ নছাড়ে পাতেক।
নভজে কৃষ্ণক সিটো বুজিয়া তত্বক ॥
হেনজানি সহজে জিনিও ক্ৰোধ কাম।
কৃষ্ণৰ কথাত চিত্ত কৰা উপশাম ॥
কু স্বভাৱ হৰে পুৰুষৰ হৰি কথা।
জানি হৰিভজা নকৰিবধো জন্ম বৃথা ॥
যতেক বিষয় সুখ দেখা লোকমাজে।
কালে হৰে সবগৰ্ব্ব কৰা কোন কাজে ॥
কেবলে নিস্তাৰ পথ জানা হৰি নাম।
অনন্ত কন্দলি কহে বোলা ৰাম ৰাম ॥

—০—



## ছুলড়ি।

সীতায়ে বোলয়, হাউৰে ৰাৱণ,
অদ্যাপি পাপী লপস।
দশৰথ বধূ, ৰামৰ ৰমণী,
মোহক তই বাঞ্চস ॥
পাপিষ্ঠ নিলাজ, নুবুজস কাৰ্য্য,
নিস্খল ৰাক্ষস জাতি।
কুল সংহাৰিলি, আসি ভৈলি চোৰ,
আৰ মোত চাস ৰতি ॥
হৰৰ জটাত, অগনি লগাইলি,
মোক আনিলে হৰি।
অবসান কালে, বুদ্ধি হৰুৱালি,
সবান্ধবে গৈলি মৰি ॥
যত যশ কথা, কহ তই বৃথা,
নপশে মোৰ কাণত।
ইটো তোৰ শ্ৰীক, বিষ্ঠাত অধিক,
দেখোহো মই সমস্ত ॥

মোৰ স্বামী ৰাম, সৰ্ব্ব পূৰ্ণ কাম,
গুণে নাহি যাক তুল।
মানিক ৰামৰ, আগত ৰাৱণ,
যেন তই লোৱাচূৰ॥
পশ্চিম দিশত, আদিত্য উদয়,
যদি অগ্নি হোৱে শীত।
তভু তোৰ বোলে, নটলিব মোৰ,
সীতাৰ মন কিঞ্চিৎ॥
নৰকৰ পলু, হুয়া কেন মতে,
বিষ্ণু লোক যাইতে চাস্।
তোহোৰ মুখক, চৰণে নুচুইবোঁ,
পৰিহৰ মোৰ আশ॥
ৰামৰ চৰণে, প্ৰাণ সম্পি আছোঁ,
ৰামেসে মোৰ জীবন।
অমৃতক তেজি, কোন মতে তোত,
বিষ্ঠাত কৰিবো মন॥
তিৰী চোৰ হুই, বোল কোন মুই,
এতেক বীৰত্ব বাণি।
যেবেসে স্বামীক, দেখা দিলি হন্তে,
তেবেসে মুনিষ জানি॥



জীবন তোধিক, বোলস নাৰীক,
এতেক কৰি মিনতি।
তিৰীৰ চৰণে, প্ৰণাম কৰস,
গৈলি তই অধোগতি॥
যদ্যাপি ব্ৰহ্মাত, শৰণ পশস,
নহি যদি শঙ্কৰত।
দিগ পালে যদি, ৰাখে তথাপিতো,
মৰিবি ৰাম শৰত॥

—০—

## ছবি।

শুন দুষ্ট কহো নিষ্ট, ভৈলা তোৰ মহা ৰিষ্ট,
যেখনে আনিলি মোক হৰি।
ৰাম প্ৰভু আসিবন্ত, সমুদ্ৰক শুষিবন্ত,
শৰে দহিবন্ত লঙ্কা পুৰি॥
মোৰ মান সাৰিবন্ত, শিৰ তোৰ ছেদিবন্ত,
শৰে বিচাৰিব তোৰ আন্ত।
ৰাক্ষসক মাৰিবন্ত, দেব কাৰ্য্য সাধিবন্ত,
জগতৰে দুখ খণ্ডিবন্ত॥

স্বামী মোৰ মহাশান্ত, পুৰুষ মহন্ত সন্ত,
মহা পূণ্য কীৰ্ত্তিক থৈবন্ত।
দুগতিক তৰিবন্ত, মোৰ শোক হৰিবন্ত;
পুনু ৰূপি ৰাজ্য লভিলন্ত ॥
তোৰ মুখ নচাহিবো, কদাচিত্তো নবৰিবো,
চুইলে তোক শাপি বিনাশিবো।
ৰাম নাম জপিবোহো, নিৰাহাৰে থাকিবোহো,
নুহি ৰাম স্মৰিব মৰিবো ॥
শুনৰে ৰাৱণ পাপী, হস তই মহাতপী,
নিজ পূণ্য কৰস বিনাশ।
মোতো যোনু সিজে পাপ, এতেকেসে নেদো শাপ,
তাতেসে মোহত আশ্বাস ॥
শুচ শুচ নিশাচৰ, ওচৰ নচাপ মোৰ,
মৰিতে গৰল তুলি খাস।
যদি বলে হৰা তই, চণ্ড শাপ দিবো মই,
অবশ্যে কৰিবো তোক নাশ ॥
সীতাৰ দাৰুণ বাণি, দুৰ্জ্জয় ৰাৱণে শুনি,
ৰাক্ষসী লোকক পাক্লিলেক।
অশোকা বনত নিয়া, সীতাক যতনে ৰাখ,
নলাগয় এথা থাকিবাক ॥



ৰামত পালতোক মন, পাশৰয় যেন মতে,
আমাত কৰয় যেন মন।
খনো খনো ডকুৱাইবা, খনে প্ৰীতি বিনাইবা,
দিবা দিব্য বসন ভূষণ ॥
ৰাবণৰ হেন বাণি, ৰাক্ষসী সকলে শুনি,
সীতাক আবৰি লৈয়া গৈলা।
অশোক অৰণ্য খান, সৰ্ব্ব গুণে স্থশোভন,
তহিতে সীতাক নিয়া থৈলা ॥
দেব বৃক্ষ আছে তাত, কল্পতৰু পাৰি জাত,
না না বিধ মন্দাৰ সন্তান।
হেম ময় বৃক্ষচয়, ফলে ফুলে মনোময়,
ৰত্ন ময় জ্বলে থানে থান ॥
তাতে দীৰ্ঘ সৰোবৰ, জ্বলে মহা মনোহৰ,
ফুলি আছে কমল উৎপল।
স্থবৰ্ণৰ বহু পাত, স্থবৰ্ণ প্ৰকট ঘাট
পক্ষীচয় কৰে কৌতু হল ॥
পুষ্পৰ স্থৰভি গন্ধে, মলয়া সমীৰ বহে,
কোকিল ভ্ৰমৰে কৰে নাদ।
ৰাৱণৰ ক্ৰিড়া স্থান, ত্ৰিভুবনে অনু পাম,
দেখি মন হয় উনমাদ ॥

## দুলড়ি।

তাহাৰ মধ্যত, বৃক্ষ এক আছে,
প্ৰসিদ্ধ শিংসপানাম।
সুবৰ্ণে মাণিকে, ফলে ভিণ্ডি বান্ধি,
ৰঞ্জি আছে নানা কাম॥
তাহাৰ মূলত, সীতাক বেঢ়িয়া,
আছয় ৰাক্ষসী চয়।
ৰাৱণৰ বোলে, থনো ডকৰায়ে,
বোলয় থনো বিনয়॥
সীতাক ৰাৱণে, হৰিয়া আনিলো,
জানিল ৰাক্ষস লোক।
কৰে কাণা কাণি, পাইলেক বিঘিনি,
কৰে চিন্তাভয় শোক॥
কেহোঁ বোলে ইটো, সীতাক হৰিয়া,
নকৰিলে কাৰ্য্য ভাল।
ৰামৰ হাতত, ৰাক্ষস কুলৰ,
জানিলোঁ মিলিল কাল॥



সুখে থাকিবাক, নপাইবো লঙ্কাত,
পুত্ৰে পৌত্ৰে চিৰকাল।
পাপিষ্ঠ ৰাৱণ, ৰাক্ষস কুলৰ,
হানিলা হিয়াত শাল॥
কেহো কেহো দুষ্ট, ৰাক্ষসে বোলয়,
শোকভয় দূৰ কৰা।
ৰাৱণ ৰাজাক, মানুষ ৰাঘবে,
নহিবেক সমসৰ॥
এহিমত কথা, লঙ্কাত মিলিল,
ৰাক্ষসৰ সুখ নাই।
পাছে ব্ৰহ্মা জানি, বুলিলন্ত বাণি,
বাসবৰ মুখ চাই॥
নিৰাহাৰে সীতা, লঙ্কাত আছন্ত,
ৰামৰ বাৰ্ত্তা নপাই।
প্ৰাণে নাশিবন্ত, নিষ্ফল হৈবন্ত,
কৰিলা যত উপাই॥
শীঘ্ৰে ইন্দ্ৰ তুমি, লঙ্কাক চলিও,
ৰামৰ বাৰ্ত্তা জনাও।
দিব্য পৰমাণ, কৰি বহুমান,
জানকীক নিয়া দিয়ো॥

পতিব্ৰতা স্ত্ৰীৰ, স্বামীসে জীৱন,
স্বামীসে মুখ্য প্ৰধান।
পৰম ভকত, সীতা মৰে যেবে,
ৰামেও তেজিবে প্ৰাণ ॥
ৰামে নমাৰিলে, ৰাক্ষস কুলৰ,
কোনে নো চিন্তিবে মাৰ।
সাক্ষাত ঈশ্বৰ, জগত ৰাখিতে,
ৰাম ভৈলা অবতাৰ ॥
তাহান ভাৰ্য্যাক, সীতাক হৰিতে,
শকতি আছে কাহাৰ।
জগত নিস্তাৰ, কথাৰ কাৰণে,
কৰন্ত হৰি বিহাৰ ॥
আমি সব তান, চৰণৰ দাস,
সদায়ে লাগে সেবিত।
এতেকে ভকতি, থাকোক সীতাত
চলিয়ো ইন্দ্ৰ ত্বৰিত ॥
শুনা সভাসদ, তেজা গৃহ বাস,
ব্ৰহ্মাৰো দেখা ভকতি।
সমস্ত লোকৰ, ৰামেসে ঈশ্বৰ,
জানি থিৰকৰা মতি ॥



ৰামৰ লীলাক, কোনে বুজিবেক
আপুনি ঈশ্বৰ হুয়া।
মায়া মৃগ জানি, তথাপি গৈলন্ত
সীতাৰ বাক্য ৰাখিয়া ॥
জগত তাৰিতে, দেখাইলা চৰিত্ৰ,
মনুষ্যৰ বেশ ধৰি
নহি কি ঈশ্বৰ, তাহান ভাৰ্য্যাক
ৰাক্ষসে লই যাই হৰি ॥
এহি সব কথা, শুনন্তে লোকৰ,
ৰামত মজিব মন।
এতেকেসে ইটো, চৰিত্ৰ ৰামৰ,
নিস্তৰে পাতকী গণ ॥
অজ্ঞানী সকলে, ইহাক নুবুজি,
জীৱন বিফল কৰে।
ৰাম গুণ নাম, তেজি আন কাম,
মিছা বিষয়ত মৰে ॥
পুত্ৰ দাৰা গৃহ, মোহে মুগ্ধ হুই,
দণ্ডেক আক নুশুনে।
বৃথা কাল গৈল, কিবা ভাল ভৈল,
ইহাক মনে নুগুণে ॥

হৰিৰ চৰিত্ৰ, নুশুনিল চিত্ত,
কিঞ্চিতো নছাড়ে কাম ।
অনন্ত কন্দলী, কহে নিৰন্তৰে,
ডাকি বোলা ৰাম ৰাম ॥

——০——

## পদ ।

ব্ৰহ্মাৰ আদেশ ইন্দ্ৰ শিৰে তুলিলৈল ।
হাতত পায়স লৈই লঙ্কাত পশিলা ॥
ৰাক্ষসী সবক প্ৰহাৰিলা নিদ্ৰাবাণ ।
অচেতনে পৰিনিদ্ৰা গৈলা সেহিথান ॥
ৰামৰ সন্তাপে কৃশ ভৈলন্ত গোসানী ।
আগ হুয়া ইন্দ্ৰে পাছে বুলিলন্ত বাণি ॥
চিনিয়ো গোসানী সীতা মই অখণ্ডল ।
ৰাম লক্ষ্মণৰ বাৰ্ত্তা সকলে কুশল ॥
ব্ৰহ্মায়ে পঠাইলা মই আনিলোঁ পায়স ।
নাহিকে সংশয় আক ভুঞ্জিও আৱেশ ॥
শত বৰিষত ক্ষুধা তৃষা নলাগিব ।
শৰীৰ শীতল হৈব সন্তাপ নাশিব ॥



অবিলম্বে ৰামে আসি ৰাবণ মাৰিবা ।
তুমিয়ো কল্যাণে ৰাম স্বামীক লভিবা ॥
তোমাৰ যে স্বামী ৰাম বিষ্ণু অবতাৰ ।
ৰাক্ষসক মাৰি দুখ খণ্ডিবে আমাৰ ॥
তোৰা দুইৰো এহি গুণ নাম শুনিয়োক ।
অপ্ৰয়াশে পাইবে গতি তৰি ভয় শোক ॥
ৰামক লাগিয়া আই তেজা দুখ মন ।
নিশ্চয় জানিবা মই বুলিলোঁ বচন ॥
ৰাক্ষসী লোকক হানিআছো নিদ্ৰা বাণ ।
শঙ্কাছাড়ি আই ভুঞ্জিয়োক পৰমান ॥
হেন শুনি গুণ সীতা দিলন্ত উত্তৰ ।
কিমতে জানিবো তুমি ইন্দ্ৰ পুৰন্দৰ ॥
ইন্দ্ৰৰ চৰিত্ৰ মোত কহিলন্ত স্বামী ।
তেবে পতিয়াওঁ নিজ ৰূপ ধৰা তুমি ॥
হেন শুনি ইন্দ্ৰে ধৰিলন্ত নিজভাৱ ।
প্ৰকাশন্ত ধৰণী নুচোৱে তান পাৱ ॥
সহস্ৰ লোচণ হাতে আছে বজ্ৰ অস্ত্ৰ ।
চক্ষুৰ নিমিষ নাই গাৱে ৰঙ্গা বস্ত্ৰ ॥
চিনিলন্ত শান্তি সীতা চিন্তা গৈল দুৰ ।
বোলন্ত তুমিসে পিতা তুমিসে শ্বশুৰ ॥

এতমান আপদত তুমি আসি ভৈলা।
প্ৰভুৰ কুশল কহি আমাক জীয়াইলা ॥
দুইহাত পাতি সীতা পায়স লৈলন্ত।
মহাৰঙ্গে তাক তিনি ভাগ কৰিলন্ত ॥
ৰাম লক্ষ্মণক চিন্তি দুভাগ বঢ়াইল।
এক ভাগ পৰমান্ন আপুনি খাইলা ॥
ক্ষুধা তৃষা দূৰ গৈল স্বস্থ ভৈল কায়া।
সতীক আশ্বাসি ইন্দ্ৰ গৈলা নিজ ঠাই ॥
ৰামক চিন্তিয়া সীতা থাকিলন্ত তথা।
দণ্ডকা বনৰ কহো ৰাঘবৰ কথা ॥
মৃগৰূপ মাৰিচক ৰামে মাৰিলন্ত।
তাৰ অসদৃশ নাদে তবধ ভৈলন্ত ॥
ত্ৰাহি ত্ৰাহি লক্ষ্মণ স্বত্বৰে আসিয়োক।
একেশ্বৰে বনত ৰাক্ষসে খাই মোক ॥
এহি বুলি মৰিল দাৰুণ নিশাচৰ।
শুনি চিত্ত উৎপাত কৰে ৰাঘৱৰ ॥
বেগে প্ৰভু চলি গৈলা আপোনাৰ ঠাৱ।
পাছত শৃগালে কাঢ়িলন্ত চণ্ড ৰাৱ ॥
মনত গুণন্ত প্ৰভু পুৰে সৰ্ব্ব কায়।
ৰাক্ষসক মাৰিলোঁ কাঢ়িলে মোৰ ৰাৱ ॥



কেৰুৱাৰ নাদে আৰো থিৰ নোহে চিত্ত।
লখাই এড়ি আসে জানো সীতাৰ সন্নিত।
এহি গুণি ৰাম চন্দ্ৰ আকুলে আসন্ত।
পন্থত লক্ষ্মণ যান্ত তাঙ্ক দেখিলন্ত ॥
হা হা লখাই কিনো কৰিলি অকাজ।
বুৰাইলি সীতাক এড়ি আইলি বনমাজ ॥
মৃগৰূপ ৰাক্ষসক মাৰিলোঁ এখনে।
মৰন্তে কাঢ়িলে ৰাৱ সিটো মোৰ ঠানে ॥
সেহি শুনি কিবা মতি বিহৰিল তোৰ।
জানিলো সীতাক মোৰ হৰি নিলে চোৰ ॥
এহি কহি দুই ভাই আসিল লবড়ে।
পশিলন্ত যাই বেগে আশ্ৰম ভিতৰে ॥
দেখিলন্ত ৰঘুনাথ নাহিকন্ত সীতা।
বিকল ভৈলন্ত প্ৰভু জগতৰ পিতা ॥
সীতা সীতা বুলিয়া ছাড়ন্ত আৰ্ত্তৰাৱ।
লক্ষ্মণেও বিচাৰন্ত বিহ্বল স্বভাৱ ॥
আশ্ৰমত বিচাৰি যেবে সীতাক নপাই।
মূৰ্চ্ছা গৈলা ৰাম চন্দ্ৰ শোকে প্ৰাণ যাই ॥
ৰাম চন্দ্ৰে কান্দন্ত সীতাৰ গুণ স্মৰি।
হা বিধি বধিলি সীতাক দূৰ কৰি ॥

সাক্ষাতে ঈশ্বৰ হুয়া দেখা কেন মত।
সামান্য লোকৰ আৰ কি কৈবো মহত্ত্ব ॥
ৰাম বিলাপ দেখা কেনে নৰনাৰী।
খণ্ডোক দাৰুণ শোক বোলা হৰি হৰি ॥

—•—

## ঝুমুৰি।

হৰি হৰি প্ৰাণেশ্বৰী। সীতা মোৰ সইতৰো ॥
কোন মোৰ প্ৰাণ বৈৰী। তোহক নিলেক হৰি ॥
হৰি হৰি প্ৰাণ জায়া। সৰ্ব্বাঙ্গে সুন্দৰ কায়া ॥
তোহোৰেসে মুখ চায়া। থাকো দুখ পাশৰিয়া ॥
হৰি হৰি ৰূপৱতী। মহাশয়া গুণৱতী ॥
মোক কৰি অনাথিতি। কোনে নিলে কোনভিতি ॥
তোৰ সম শান্তি নাই। বনবাস দুখ পাই ॥
কিবা ৰোষে কৰি যাই। পলাই আছা কোন ঠাই ॥
ঝাণ্টে আসা মোৰ থান। হেৰা মোৰ যাই প্ৰাণ ॥
তোত পৰে বন্ধু আন। নাহি মোৰ আন থান ॥
কৰিলোঁ দুৰ্ঘোৰ পাপ। বনক পঠাইলা বাপ ॥
ৰাজ্যৰো ভাগিল কাপ। তেবে মৰিলন্ত বাপ ॥



কাল চিলে দিলে থাপ। কিবা ভৈলা ঋষিশাপ ॥
ভাৰ্য্যাৰ পাইলোহো তাপ। ভাঙ্গিল সকল দাপ ॥
বন্ধুজন তেজিলোহো। ভাৰ্যাসঙ্গে আসিলোহো ॥
ৰাখিবাক নপাৰিলোঁ। শত্ৰুজন হসুৱাইলোঁ ॥
কোন লাজে ধৰোঁ প্ৰাণ। হৰুৱাইলোঁ শ্ৰুতি জ্ঞান ॥
সীতাৰ সদৃশ আন। ভাৰ্য্যা পাইবো কোন আন ॥
আৰ কাক সঙ্গে লৈয়া। থাকিবো তৃণত শুইয়া ॥
দেখি আৰ কাৰ মুখ। পাশৰিবো বন দুখ ॥
হৰি হৰি সুলক্ষিণী। চন্দ্ৰমুখী মধ্যাক্ষিণী ॥
কুৰঙ্গ নয়নী বালা। জানাসে চৌষষ্ঠি কলা ॥
কোনমতে মোক ছাড়ি। গৈলি তই প্ৰাণেশ্বৰী ॥
কিনো তোৰ বজ্ৰ হিয়া। গৈলি মোক বন্ধু দিয়া ॥
ছাৰিলি সকল দয়া। তেজি গৈলি প্ৰাণ জায়া।
জানকী জানকী বুলি। ডাক দেন্ত বাহু তুলি ॥
সীতা সীতা ডাক ছাড়ি। নিঢালে ভূমিত পৰি ॥
সীতাৰ ৰূপক স্মৰি। কান্দন্ত ৰাঘৱ হৰি ॥
নেত্ৰৰ লোতক পৰি। তিন্তে সব বসুন্ধৰী ॥
ভকত সীতাৰ স্নেহে। ৰামৰ শৰীৰ দহে ॥
বাতুলে চেষ্টান্ত যেনে। নিশ্বাস কাঢ়ন্ত ঘনে ॥
শুনা সবনৰ নাৰী। একচিত্ত মন কৰি ॥

আপুনি ঈশ্বৰ হৰি। ভকতক শোক কৰি ॥
সীতাৰ সদৃশ আন। ভক্ত আছে কোন থান ॥
এতেক ৰামৰ শোক। আত শঙ্কা তেজিয়োক ॥
ভকত বৎসল বলি। সৰ্ব্বশাস্ত্রে কহে তুলি ॥
ভকতৰ গতি ৰাম। ধৰ্ম্ম অৰ্থ মোক্ষ কাম ॥
যাত পাই অনুপাম। শুনা তান গুণ নাম ॥
সংসাৰ তৰিতে কাম। আছে যাৰ অভিৰাম ॥
ধৰ্ম্ম অৰ্থ মোক্ষকাম। ডাকিবোলা ৰাম ৰাম ॥

---o---

## পদ।

ৰামে বোলন্ত আৰে মোৰপ্ৰাণ যাউক।
দণ্ডকা বনত শৃগালে বেঢ়ি খাউক ॥
কোন কৰ্ম্ম দোষে মোক বঞ্চিলেক বিধি।
জনকৰ জীয়ৰ ভৈল সপোনৰ নিধি ॥
হা হা লক্ষ্মণ ভাই কি কৰিলি মোক।
কহিত এড়াবো যাই জানকীৰ শোক ॥
সীতাক তেজিয়া কেনে খেদি আইলি মোক।
বুক খাণ্ডা হানো মোৰ তোৰ সুখ হৌক ॥





দেখো সীতা অবিহনে দিনতে আন্ধাৰ।
কি কৰিবো ৰাজ্য ভোগ আৰ ৰাজ্য ভাৰ ॥
প্ৰাণেশ্বৰী অবিহনে মৰোঁ এহি বনে।
কৈকই মাতৃৰ আৰে ৰঙ্গ ভৈলা মনে ॥
এহি বুলি ৰঘুপতি পৰিলন্ত ঢলি।
লক্ষ্মণে ধৰিলা পাছে তুলি আঙ্কোৱালী ॥
হেঠ মাঠে লাজে বুলিলন্ত মৃদু বাণি।
মোক মন্দ বোলা দদা শুনিয়ো কাহিনী ॥
তথু আৰ্ত্তনাদ শুনিলন্ত সীতা সতী।
মোহোক বোলন্ত চলা ৰাঘবৰ ভিতি ॥
ৰামৰ আৰাৱ শুনি মোৰ প্ৰাণ যাই।
স্বামী ভিক্ষা মাগোঁ মোক দিয়োৰে লখাই ॥
মই বোলোঁ মহাসতী তেজা অসন্তোষ।
ইটো ৰবিতলে নাই ৰামৰ বিনাশ ॥
মহা ক্ৰোধে সীতা পাছে বুলিলন্ত বাণি।
জানিলোঁ পাপিষ্ঠ তই নায়া জিবা গুণি ॥
ইয়াকেসে লাগি আসিআছা বন মাজ।
ৰামৰ মৰণে মোৰ তোত নাহি কাজ ॥
দুৰ্ব্বাৰ বচনে মোৰ হৃদয় কম্পিলা।
সৰল বৃক্ষত যেন নিৰ্ঘাত পৰিলা ॥

এহিসে কাৰণে মযো নিৰুৎসাহ ভৈলোঁ।
আগ পাছ দেখাই তভু অনেক বুলিলোঁ॥
তভু বুলিলন্ত সীতা চলা এতিক্ষণ।
তযু পাশে আসি ভৈলোঁ এহিসে কাৰণ॥
আপদ কালত মহন্তৰো মতিভ্ৰম।
কোনে খণ্ডিবাক পাৰে বিধিৰ বিক্ৰম॥
মুন্য পৰিহৰি জ্ঞান ধৰিয়ো মনত।
সীতাক বিচাৰোঁ আসা দণ্ডকা বনত॥
যক্ষ ৰাক্ষস আত আছে ঝাকে ঝাক।
কোনে কেন মায়াকৰি নিলেক সীতাক॥
যদিবা নিলেক বলে আসি মায়া কৰি।
তবে বা সান্তিক কেহু কি কৰিতে পাৰি॥
জানিবাহা তাৰ আসি ভৈলা আয়ু ক্ষীণ।
তোমাৰ আচৰি দ্ৰোহ জীবে কত দিন॥
দুৰ্জ্জনক বধি পুনু লভিবা সীতাক।
আসিয়ো বিচাৰোঁ বনে শুনা মোৰ বাক॥
ৰাঘবে বোলন্ত লখাই তইসে অবোধ।
স্ত্ৰীৰ উত্তৰে তোৰ এতমান ক্ৰোধ॥
তোক মন্দ বুলি আবে কোন কাৰ্য্য সাধি।
কোনে বাধিবেক যেন লিখি আছে বিধি॥



এহি বুলি ধনুৰ্ব্বাণ ধৰি দুই ভাই।
বনত ফুৰন্ত দুখে জানকীক চাই॥
মুঞ্জ কুঞ্জ বনে বিচাৰিলে নিৰন্তৰে।
চাহিলা নিঃশষে পশি গিৰিসে গহ্বৰে॥
গোদাবৰী নদীৰ চাহিলা দুয়োপাৰ।
সীতাক নেদেখি দুখে দেখন্ত আন্ধাৰ॥
পাছে কোপে জ্বলিলেক ৰাম মহাবীৰ।
অগ্নি অস্ত্ৰ ধৰি পৃথিবীত ভৈলা থিৰ॥
বুলিলন্ত ক্ৰোধে অগ্নিসম দুয়ো আঁখি।
চন্দ্ৰ সূৰ্য্য বায়ু বহ্নি জল হৈবা সাক্ষী॥
দেব সিদ্ধ সাধ্য গন্ধৰ্ব্বক বোলোঁ বাণি।
জীবা যেবে সীতাক এখনে দিয়া আনি॥
তিনিয়ো লোকৰ যেবে সাধিবোহো ভাল।
কোনে সীতা নিলে দেখাই দিয়োক সোনকাল॥
ৰাজ্য অভ্যন্তৰ সবে দেখ দেব গণ।
কোনে নিলে সীতাকেসে নোবোলা বচন॥
হেৰা মোৰ দোষ নাই সবে আছা চাই।
সীতাৰ সন্তাপ পাই মোৰ প্ৰাণ যাই॥
হেৰা অগ্নি শৰ মাৰি স্বৰ্গ চুৰকৰোঁ।
পৃথিবী পাতাল পুৰি দেবক সংহৰোঁ॥

নাগ নৰ যক্ষ আৰো ৰাক্ষসক মাৰোঁ।
সীতাক নিস্তাৰি দৈত্য দানব নিবাৰোঁ॥
ৰাম নাম কীৰ্ত্তি কৰোঁ পাতেক সংহৰোঁ।
এহি অগ্নি শৰ মাৰোঁ ত্ৰৈলোক্য বিদাৰোঁ॥
মোৰ ভাৰ্য্যা হৰি সুখে জীৱে কেন কৰি।
উদয় গিৰি অষ্ট গিৰি সব পেলাওঁ চিৰি॥
তিনিয়ো ভূবণ ছেদি ব্ৰহ্মাণ্ডক মাৰি।
কৰিবো নিৰ্জ্জন আজি সবে মান সাৰি॥
এহি বুলি ৰাম চন্দ্ৰ ভৈলা কাছ পাৰ।
দেবতা গণক লাগি যুড়িলন্ত শৰ॥
দশ দিশ পাল সবে তোৰা হৈৰা সাক্ষী।
সীতা অবিহনে মই আছোঁ প্ৰাণ ৰাখি॥
এহি বুলি প্ৰভু ধনু কৰিলা টঙ্কাৰ।
লাড়িলা ব্ৰহ্মাণ্ড প্ৰজা ভৈলা চমৎকাৰ॥
উৰ্দ্ধক সন্মুখে মানে যুড়িলেক শৰ।
হাতত ধৰিলা দেখি লক্ষ্মণ কুমাৰ॥
সম্বোদ্ধি বোলন্ত দাদা তেজিয়োক মৰ্ম্ম।
জগতক বিনাশিবা ইটো কোন ধৰ্ম্ম॥
কোনে হৰিলেক সীতা নিৰ্ণয় নজানি।
জগত দহিবা কেনে বহ্নিশৰ হানি॥



অজিজ্ঞা সি ক্ৰোধ কেনে কৰাহা আপুনি।
জগতৰ বৰ্ব্বৰক বুজাইবেক কোনি॥
তুমি ব্ৰহ্মা তুমি বিষ্ণু তুমি ত্ৰিপুৰাৰি।
তুমি বিনাশিলে কোনে ৰাখিবেক পাৰি॥
পূৰ্ব্বত আপুনি প্ৰভু সৃজিলা জগত।
কাল নতু হন্তে কেনে কৰিবাহা হত॥
বৈষ্ণবক পালিবাক ভৈলা অবতাৰ।
দুৰ্জ্জনক বাচি বাচি কৰিবা সংহাৰ॥
এহিকথা শুনি তযু তৰে নৰ লোক।
সীতাৰ শত্ৰুক মাৰোঁ মহাকীৰ্ত্তি হৌক॥
শীতল স্বভাব ধৰা উগ্ৰৰূপ এৰা।
শৰক সম্বৰি প্ৰভু লোক ৰক্ষা কৰা॥
ইটো কোপে আপোনাৰ যশ বিনাশয়।
আপুনি ঈশ্বৰ ইটো যোগ্য নুহিকয়॥
লক্ষ্মণৰ বোলে ৰামে শৰ সম্বৰিল।
পুনু দুইভাই সীতা চাহিতে চলিল॥
কতোদূৰ যাই দেখিলন্ত ৰঘুৰাজ।
ৰথ খান ভাঙ্গি পৰি আছে বন মাজ॥
ৰামে বোলন্ত লখাই দেখ বিপৰীত।
ৰথধ্বজ ভাঙ্গি পৰি আছে পৃথিবীত॥

দুইভাই চাই মনেকৰিলন্ত থিৰ।
সীতাৰ কাৰণে মৰিলন্ত দুই বীৰ ॥
এহি বুলি বিচাৰি ফুৰন্ত সেই বনে।
কটো দূৰে জটায়ুক পাইলা দৰিশন ॥
দেখিলা পক্ষীৰতনু শোনিতে তিন্তিলা।
শীঘ্ৰে শৰ যুড়ি ৰামে সম্বিত চাপিলা ॥
লক্ষ্মণক বোলন্ত শুনিয়ো প্ৰাণ ভাই।
এহিপক্ষী খাইলে সীতা একেশ্বৰী পাই ॥
মায়াৱন্ত ৰাক্ষস ছটক ৰূপে আইলা।
প্ৰাণেশ্বৰী সীতা ইটোগৰ্ভে জীন গৈলা ॥
হৰি হৰি সীতা বান্ধে জনকৰ জীৱ।
গৃধৰ ঠোঁঠৰ ঘাৱে তোৰ গৈল জীৱ ॥
মোক মহা স্নেহে লক্ষ্মণক পঠাই দিলি।
গৃধ অগনিত পৰি পতঙ্গ নাশিলি ॥
হাউৰে পাপিষ্ঠ পক্ষী তোৰমান সাৰো।
মোৰ ভাৰ্য্যা খাইলি তোক বিগুটিয়া মাৰো ॥
এহি বুলি বাণ প্ৰভু ধনুত যুড়িল।
চক্ষু মেলি পক্ষীৰাজে ৰামক দেখিল ॥
ত্ৰাহি ত্ৰাহি ৰাম বুলি কৰে আৰ্ত্তৰাৱ।
মোক লাগি প্ৰভু তেজিয়োক ক্ৰোধ ভাৱ ॥



সীতাক ৰাখন্তে মোৰ হত ভৈলা প্ৰাণ।
জটায়ু মোহোৰ নাম গড়ুৰ নন্দন।
তোমাৰ ভাৰ্য্যাক হৰি নিলেক ৰাৱণে।
তাক লাগ পাই আগ বাঢ়ি দিলোঁ ৰণে ॥
সৰ্ব্বাঙ্গে ঠাহিলোঁ তাক কিৰিটি ছড়াইলোঁ।
ভাঙ্গিলো ৰথক তাক ভূমিত নমাইলোঁ।
ন্যায় যুদ্ধে নপাৰিয়া অন্যায় কৰিল।
চন্দ্ৰহাস হানি মোৰ পখাক ছেদিল ॥
তোমাৰ সেৱক মোক জানা প্ৰাণনাথ।
ভৈল মনোৰথ বাৰ্ত্তা কহিলোঁ তোমাত ॥
তথু কাজ সাধিবাক নভৈল শকতি।
এহিসে থাকিল খেদ আমাত সম্প্ৰতি ॥
মোৰ ভাগ্য ভৈল গৈলা তথু অৰ্থে প্ৰাণ।
মোৰ সম ভাগ্যবন্ত আছে কোন থান ॥
যিটো ৰাম নাম সুমৰিলে পাৱে গতি।
তাঙ্ক দেখো মৃত্যু কালে কিনো ভাগ্যবতি ॥
এহি কথা শুনি ৰাম লক্ষ্মণ দুইভাই।
জটায়ুক ধৰিলেক গলে চাপি যাই ॥
ভকতৰ দুখ দেখি নসহে শৰীৰ।
দুইভাই কান্দন্ত নেত্ৰৰ বহে নীৰ ॥

পিতৃৰ পৰম মিত্ৰ তুমি পক্ষিৰাজ।
হৰি হৰি বিধি কিনো কৰিলি অকাজ॥
আজিসে মাৰিলা তুমি বাপ দশৰথ।
সীতা শোক অগ্নিত পিম্পলি ভৈলা পঠ॥
হাঁ মৰিল সীতা শোকে ছুটে প্ৰাণ বায়ু।
মোৰ অৰ্থেযুদ্ধ কৰি মৰিল জটায়ু॥
সম্বোধি বোলয় বাপ কহা ভাল কৰি।
কহিৰ ৰাৱণে মোৰ সীতা নিলা হৰি॥
কোন থানে থাকে তাৰ কটেক কটক।
কোনবংশে উপজিল পাপিষ্ঠ লটক॥
মাৰিয়া পঠাওঁ তাক যমৰ কাষক।
জীৱাইবো তোমাক মহা বৈষ্ণব ছটক॥
জটায়ু বোলন্ত হেন নুবুলিবা মোক।
যেবে দয়া আছে তেবে শোক তেজিয়োক॥
হৌক গতি তোমাক চাহিয়া তেজো প্ৰাণ।
দহিবা বহিবা দিবা জল পিণ্ডদান॥
আতপৰে ভাগ্য কোন আছয় আমাৰ।
তোমাৰ প্ৰসাদে পাইবো সংসাৰৰ পাৰ॥
নিজকৰ্ম্মে হওঁ প্ৰভু যেহি যেহি মতি।
সেহি সেহি জন্মে হৌক তোমাত ভকতি॥



বৈষ্ণৱৰ সঙ্গতেসে ৰহিবো সৰ্ব্বথা।
মুখে তয়ু যশ গাইবো কৰ্ণে তবকথা॥
শুনিয়োক প্ৰভু তুমি শ্ৰুতি নহৰাইবা।
চাহিলোঁ মঙ্গল তুমি জানকীক পাইবা॥
ৰাক্ষসক বধিবাহা দেবক পালিবা।
জগত তাৰিবা পুন্য যশ প্ৰকাশিবা॥
পুছিলা ৰাৱণ যিটো পুলস্তিৰ নাতি।
বিশ্বস্ৰবাৰ বীৰ্য্যে নৈকেৰিত উত্তপত্তি॥
কুবেৰৰ ভাই সব ৰাক্ষসৰ পতি।
তেজবল বীৰ্য্যে তাৰ বিপুল শকতি॥
সমুদ্ৰৰ মাজে পুৰি নাম তাৰ লঙ্কা।
তাতে থাকি ত্ৰিভুবনে নকৰন্ত শঙ্কা॥
সীতাৰেসে বৰে মই আছোঁ প্ৰাণ ৰাখি।
কান্দিয়া গোসানী বুলিলেক মোক দেখি॥
যাবত ৰামৰ বাৰ্ত্তা নজনোৱা তুমি।
দিলোঁ বৰ তাৱে জীয়া যেবে সতী আমি॥
এহি কথা কহি চক্ষু মুদি সেই ঠাৱে।
ৰাম ৰাম শ্ৰীৰাম বোলন্ত আৰ্ত্তৰাৱে॥
চক্ষু ঢেল কৰিয়া পিঠিত দিল ঠোট।
সৰ্ব্বাঙ্গ পৰিল স্থূল কলেবৰ গোট॥

প্ৰাণ হাড়ি যাইতে মুখে ৰাম উচ্চৰিল ।
ঘাঁড় গোট পলটাই ভূমিত পৰিল ॥
মৰিল কাশ্যপ নাতি ৰাম ৰাম জপি ।
কটোক্ষণে মানে তনু আছিলেক কম্পি ॥
দেৱে যাক নপাৱে পাইলেক সেইগতি ।
দেখি ৰাম লক্ষ্মণ বিস্ময় ভৈল অতি ॥
পাছে দুই ভাই চিতা খান নিৰ্ম্মিলন্ত ।
স্নেহে জটায়ুক তাতে তুলি দহিলন্ত ॥
দুই ভাই স্নান কৰি দিলা জলাঞ্জলী ।
বহুযত্নে দিলা ছটকৰ কাৰ্য্য বলি ॥
সৰ্ব্ব কাৰ্য্য সঙ্কলি চলিলা পাছে দুই ।
ফুৰন্ত বনত দুয়ো বিয়াকুল হুই ॥
অনন্তৰে পাইলেক কবন্ধ নিশাচৰ ।
মুণ্ডনাহি গাণ্ডি গোট দেখি ভয়ঙ্কৰ ॥
ৰাম লক্ষ্মণক দুইকো ধৰিলন্ত বলে ।
গিলিবাক চাৱে কোল চাপি কৌতুহলে ॥
ৰামে বোলন্ত লখাই মৰিলো এবেসে ।
দুয়ো ভাইক ধৰি হেৰা গিলয় ৰাক্ষসে ॥
কেকৈ মাতৃৰ সাফলিলে মনোৰথ ।
অকণ্টকে এবেৰাজ্য ভুঞ্জোক ভৰত ॥



ধিক ধিক আমাৰ বীৰত্ব সমুদাই ।
সীতাক হৰা লোঁ আবে মৰোঁ দুয়ো ভাই ॥
লক্ষ্মণে বোলন্ত নুহি অনুশোচ বেলা ।
দুৰ্ঘোৰ আপদে পাইলে নুযুৱাই হেলা ॥
শীঘ্ৰ কৰি দৃঢ় মুষ্ঠি খড়্গ ধৰিয়োক ।
মুণ্ড নাহি ইহাৰ বাহুক ছেদিয়োক ॥
কবন্ধে বোলন্ত ওবা তুমি কোন দুই ।
মহাবীৰ দুইকো জানিলো হাতে চুই ॥
হাতে ধৰি আটন্তে ফাৰিল মোৰ ছাল ।
নাহি ত্ৰিভুবনে নাহি হেন মুনিস্ব বিশাল ॥
দেবাসুৰ মাজে যত বীৰক দেখিলো ।
সবাতো অধিক তোৰা দুইহাঙ্কো লেখিলোঁ ॥
বজ্ৰসম হাতে মই আঁটিলোহোঁ চাপি ।
কিনো বীৰ জীৱ গোট নগৈল তথাপি ॥
মোৰ হস্তে বিধি কিবা মিলাইলেক আনি ।
যাৱে নাহি গিলো কহা স্বৰূপ কাহিনী ॥
কবন্ধৰ বচনে নকম্পিলা ৰাম কায় ।
দুইখান খড়্গ ধৰিলন্ত দুই ভাই ॥
বাহুৰ মূলত তাৰ বেগে কোব দিল ।
ভয়ঙ্কৰ দুই বাহু চিঙিয়া পৰিল ॥

বাহু ছেদদেখি ৰঙ্গ ভৈলেক তাহাৰ।
ৰাম লক্ষ্মণক জানি পাছে পুনৰ্ব্বাৰ ॥
কহিয়ো কহিব তোৰা কিবা এতে কাম।
জানো ত্রিজগতে নাহি তোমাক উপাম ॥
বদতি লক্ষ্মণ শুনা নিশাচৰ কাজ।
আমাৰ জনক দশৰথ মহাৰাজ ॥
সপত্নী মাতৃৰ বোলে বনক পঠাইল।
আমাৰ সন্তাপে পিতৃ প্ৰাণক সুজাইল ॥
এহেন্তে শ্ৰীৰাম মহা পিতৃত ভকত।
ইহান গৃহিনী সীতা হৰাইলা বনত ॥
তাহাঙ্ক খুঁজন্তে আমি ফুৰোঁ বনে বনে।
তই কেন হেন ঠান কহ এতি ক্ষণে ॥
বোলন্ত কবন্ধে কিনো আনন্দ আমাৰ।
শাপৰ উদ্ধাৰ মোৰ ৰাম অবতাৰ ॥
পূৰ্ব্বত আছিলো মই গন্ধৰ্ব্ব শোভন।
ৰাক্ষস স্বৰূপ হুয়া গৈলো তপোবন ॥
ঋষিসব ডকুৱাইলোঁ হৈল মোত পাপ।
থুলশিৰা নাম ঋষি মোক দিলা শাপ ॥
আসি ঋষি গণক দিলিহি মহাভয়।
বিকৃত ৰাক্ষস হও বুলিলো নিশ্চয় ॥



প্ৰণামিয়া পাছে মই কৰিলো কাতৰ।
শাপ সীমা কৰি ঋষি মোক দিয়া বৰ ॥
যৈসানি ঈশ্বৰ ৰাম ৰূপ অবতৰি।
তোৰ বাহু ছেদিবন্ত হাতে খড়্গ ধৰি ॥
তৈসানি আপোন ৰূপ ধৰিবি শোভন।
এহি বুলি অন্তৰ্দ্ধান ভৈলা তপোধন ॥
তেতিক্ষণে দনু নামে ৰাক্ষসেক ভৈলোঁ।
চিৰকালে আৰাধিয়া ব্ৰহ্মাক পূজিলো ॥
চিৰকাল পূজিবাৰ ব্ৰহ্মা দিলা বৰ।
সেহিগৰ্ব্বে ইন্দ্ৰক যুজিলো অকেশ্বৰ ॥
ভয় ভৈল ইন্দ্ৰ দেখি যুদ্ধৰ প্ৰবন্ধ।
বজ্ৰ হানি শৰীৰত বৈসালেক কন্ধ ॥
এতেকেসে নাহি মোৰ শিৰ ওপৰত।
হৃদয়ত পশি অছে বজ্ৰৰ ঘাৱত ॥
বাসবে থৈলন্ত কবন্ধ মোৰ নাম।
ব্ৰহ্মাৰ বৰত তভু নগৈল পৰাণ ॥
স্তুতি কৰি বুলিলোঁ শুনিয়ো দেবৰাই।
মুখ নাহি দিয়ো মোৰ জীৱন উপাই ॥
হেন দেখি ইন্দ্ৰৰ পলাইল মন দুখ।
দীৰ্ঘ দুই বাহু দিলা হৃদয়ত মুখ ॥

এক প্ৰহৰৰ পন্থ পাওঁ বাহু মেলি।
পশুসব মাৰি চোবাই গিলোঁহু সমুলি ॥
তোমাৰ প্ৰসাদে আবে পাওঁ নিজ থান।
ঝণ্টকৰি পোৰা মোক হৌক দিব জ্ঞান ॥
হেন শুনি কৃপাময় শ্ৰীৰাম লক্ষ্মণে।
কাষ্ঠ আনি চিতা খন সাজিলা তেখনে ॥
ভকত বৎসল প্ৰভু কীৰ্ত্তিক থাপিলা।
কাষ্ঠচয় দিয়া আনি প্ৰবন্ধে দহিলা ॥
জগত ঈশ্বৰ ৰাম তাহাক দহিলা।
দিব্য ৰূপ ধৰি সিটো বিমানে ছড়িলা ॥
মহাৰঙ্গে গাইবাক লাগিলা ৰাম গীত।
দেখি ৰাম লক্ষ্মণৰ ৰঙ্গ ভৈলা চিত ॥
শুনা নৰনাৰী ৰাম দেবৰ চৰিত্ৰ।
আত পৰে জগতত নাহিকে পবিত্ৰ ॥
সংসাৰ সাগৰ ঘোৰ তৰণৰ হেতু।
ৰামৰ চৰিত্ৰ ইটো জানা মহা সেতু ॥
ৰামৰ সদৃশ নাই ভকত বৎসল।
ভজে যেই সেই পাৱে সকলে কুশল ॥
পক্ষীৰূপ জটায়ুক মুকুতিক দিলা।
কবন্ধ ৰাক্ষস তাক আপুনি দহিলা ॥



হেন কৃপাময় আন আছে কোন ঠাৱ।
জানি কোন নিদাৰুণে তেজে তান পাৱ ॥
ধনজন মদে অন্ধ কিনো মন্দ লোক।
ৰামক নভজি সদা ভুঞ্জে দুখ শোক ॥
নমো ৰামচন্দ্ৰ প্ৰভু হুয়োক সদয়।
ভজোক তোমাক লোকে তেজিয়া শংসয় ॥
তযু কৃপা গুণ কেনে জানিবো তোমাক।
ভকতৰ বন্ধু প্ৰভু তাৰিয়ো আমাক ॥
জানি জ্ঞানীগণ মন কৰা দৃঢ় মতি।
শুনিয়োক হৰিকথা বাঢ়োক ভকতি ॥
অনন্ত কন্দলী কহে এড়া আন কাম।
জন্মক সাফলি ডাকি বোলা ৰাম ৰাম ॥

—•—

## ছবি।

কৃতাঞ্জলী কৰি পাছে, কবন্ধ গন্ধৰ্ব্বে বোলে,
শুনিয়োক প্ৰভু ৰাই।
সীতাৰ উদ্দেশ হেতু, উপাই এক দেওঁ মই,
পূৰ্ব্বে দিশে চলা দুই ভাই ॥

কতো দূৰে মনোহৰ, আছে সম্পা সৰোবৰ
পাইবা ঋষ্য মুখ গিৰি কাছে।
সুগ্ৰীৱ যে হনুমন্ত, নীল জাম্বৱন্ত,
পাঞ্চ বানৰ তাতে আছে॥
সুগ্ৰীৱৰ ভাই বালী বানৰ দাৰুণ বলী,
সুগ্ৰীৱক পঠাইলা দেশৰ।
ভাৰ্য্যাক লৈলেক কাঢ়ি, পাঞ্চ বানৰৰ সমে,
পলাই আছন্ত পৰ্ব্বত ওপৰ॥
তেহে সমে মিত্ৰৱতি, কৰি পাছে ৰঘুপতি,
ৰাৱণক বধিয়ো ৰণতে।
জানকীক তাৰিয়োক, ৰাৱণক নিপাতোক,
শুনি তাক তৰোক জগতে॥
এহি কহি ৰথে ছাড়, জয় জয় ৰাম বুলি,
প্ৰণামি স্বৰ্গক সিটো গৈল।
লক্ষ্মণ সহিতে হৰি, পাছে সেহি পন্থ ধৰি,
চলিলা মনত ৰঙ্গ ভৈল॥
পাছে সম্পা সৰোবৰ, পাইলা যাই মনোহৰ,
বহল নিৰ্ম্মল ৰম্য জল।
ৰাজ হংস চক্ৰ বাক, পক্ষী চৰে ঝাকে ঝাক,
ফুলি আছে উৎপল কমল॥



তাৰতীৰে আছে সিদ্ধা, বয়সত আতি বৃদ্ধা
তিৰী জাতি নামত সৌবৰি।
ৰামক দেখিয়া তাই, নাৰায়ণ হেন জানি,
প্ৰণামিলা দণ্ডৱত কৰি॥
তাইৰ পৰি চয় ভৈলা, ৰাম সমে কথা কৈলা,
তাইৰ মহা যোগ সিদ্ধি ভৈলা।
ভকতিৰ প্ৰসাদত, সিদ্ধি ভৈলা মনোৰথ,
স্বৰ্গৰ বিমান আসিয়া পাইলা॥
ৰামৰ চৰণ ধূলি, শিৰত লৈলন্ত তুলি,
কৰিয়া বিনয় বহুমান।
পাছে সেই ৰথে ছড়ি, সৌবৰি বৈকুণ্ঠে গৈলা,
বিষ্ণু ৰূপ ধৰি বিদ্যমান॥
ৰাম লক্ষ্মণ দুই ভাই, হৰিষে ৰহিলা চাই,
মনোহৰ সৰোবৰ সম্পা।
চতুঃপাশে আছে ঘূড়ি, বিল্ববৃক্ষ শাৰী শাৰী,
অশোক বকুল জাই চম্পা॥
লবঙ্গ মালতি জুতি, শোভন মকৰা আতি,
গুটি মালি সেৱালী ত্ৰিপুৰ।
চন্দন নন্দন কুন্দ, কৰবিৰ নাগেশ্বৰ,
সদ্য গন্ধ চন্দন প্ৰচুৰ॥

সূৰ্য্যৰ কিৰণে আতি, জলে যেন পুষ্প পাান্ত,
স্থল পদ্ম প্ৰকাশে অশেষ।
বনৰ দেখিয়া শ্ৰী, তোষ ভৈলা ৰাম হৰি,
চাহি চাহি ফুৰন্ত বিশেষ ॥
মধুপিৱা পক্ষী ৰাৱে, আতি সুললিত ভাবে,
ভ্ৰমৰে গুঞ্জৰে ফুৰি ফুৰি।
ৰামে বোলন্ত লখাই, আৰ সম বননাই,
দেখ প্ৰাণ ভাই চক্ষু ভৰি ॥
মলয়া সমীৰ বহে, দেখি মোৰ তনু দহে,
মদনে হানিল পাঞ্চ বাণ।
সঙ্গে নাই প্ৰাণেশ্বৰী, জীউ আবে কেন কৰি,
কাম বাণে ছুটে মোৰ প্ৰাণ ॥
লক্ষ্মণে বোলন্ত দদা, মনথিৰ কৰিয়োক,
আপুনি ঈশ্বৰ তুমি হৰি।
কবন্ধে বুলিলা যত, সবে ভৈলা উপগত,
ছড়িয়োক ঋষ্যমুখ গিৰি ॥
লক্ষ্মণৰ বাক্য ধৰি, ৰামে মন থিৰ কৰি,
ছড়িলেক ঋষ্যমুখ গিৰি।
দেখিলন্ত নিৰ মল, নানা বিধ ফুল কল,
পৰ্ব্বতৰ ওপৰত ছড়ি ॥



## দুলড়ি।

গিৰিৰ নিকট, দেখিলা প্ৰকট,
পন্থ আছে ওপৰক।
সেহি পন্থ ধৰি, চলন্ত মুৰাৰি,
নিৰখি গিৰি শৃঙ্গক ॥
নানা পশু পক্ষী, থানে থানে দেখি,
নানা বিধতৰু লতা।
পাঞ্চ বানৰক, দেখিবে লাগিয়া,
চলন্ত জগত পিতা ॥
পাঞ্চবানৰৰ, ভাগ্য আসি ভৈলা,
প্ৰবেশিলা প্ৰভুতথা।
আবে এহিমানে, সমাপতি ভৈলা,
অৰণ্য কাণ্ডৰ কথা ॥
কামৰূপে সাৰ, হাজো নামে যাৰ,
অতি সন্ত পুণ্য দেশ।
গিৰিৰ নিকটে, আছন্ত প্ৰকটে,
হয়গ্ৰীব ঋষি যশ।

কাষতে লোহিত, বহে পুণ্য তীৰ্থ,
শিব লিঙ্গ কামেশ্বৰ।
অপৰূপ ভৱ, কেদাৰ কমল,
লিঙ্গ ৰূপ মনোহৰ ॥
ৰম্য পাট বস্ত্ৰ, ওপজে তাহাত.
তান্তি নাম শূদ্ৰ জাতি।
পৰম কল্যানে, তথাতে আছিলা,
বিষ্ণুত কৰি ভকতি ॥
তথা দ্বিজবৰ, কৃষ্ণৰ কিঙ্কৰ,
আছিলা ৰত্ন পাঠক।
ভাগবত তত্ত্ব, প্ৰবৰ্ত্তাইল সত্ৰ,
তৰাইলা বহু লোকক ॥
তথা উতপত্তি, তাহন সন্ততি,
ভৈলা মাধবৰ বৰে।
ভাগবত তত্ত্ব, সৰ্ব্বশাস্ত্ৰ মত,
উদ্ধাৰি আনি আদৰে ॥
বাল্মিকীৰ কৃত, ৰামায়ণ শাস্ত্ৰ
ভকতিৰ যত্ন কৰি।
কেথাবন্ধে সাৰ, ৰচিলো পয়াৰ,
শুনা সবে নৰনাৰী ॥



কৃষ্ণে সে পৰম, সুহৃদ উত্তম,
দেবতাৰ আদি দেৱ।
জানি তান পাৱে, শৰণ পশিয়া,
সবকুটুম্বে কৰা সেৱ ॥
ধনজন গৰ্ব্ব, সবে পৰিহৰা,
কিঞ্চিতেকো নুহি সাৰ।
ধনজন যত, যমৰ পুৰিত,
নপাইবাহা আন আৰ ॥
কৃষ্ণ সে পৰম, দেবতা জানিবা,
দেব নাহি নাহি আৰ।
যাৱদেকে জীৱা, শুনা কৃষ্ণ কথা,
এহিসে পথ নিস্তাৰ ॥
নমোঁ নমোঁ ৰাম, পৰম ঈশ্বৰ,
হুয়োক মোত সন্তোষ।
ৰচিলো পয়াৰ, ক্ষমিয়ো আমাৰ,
বঢ়া টুটা যত দোষ ॥
যত মহা পাপ, হৰে দুখ তাপ,
তোমাৰেসে গুণ নাম।
অনন্ত কন্দলি, কহে নিৰন্তৰ,,
ডাকি বোলা ৰাম ৰাম ॥

—•—

সমাপ্ত।